# লোক-সংস্কৃতিৰ দাপোণ

ফুলকুমাৰী কলিতা, এম.এ.



কলিতা ভৱন
চন্দনপুৰ
বৰপেটাৰোড
পিন - ৭৮১৩১৫

*Loka Sanskritir Dapon* **:** *A book of Assamese folk culture and literature by Phulkumari Kalita, M.A., Lecturer of Assamese, B.H. College, Howly and published by Kamal Narayan Patowary, Lecturer of History, Barama College, Barama.*

প্ৰকাশক ঃ

কমল নয়ন পাটোৱাৰী, এম.এ.
কলেজ চ'ক, নলবাৰী

প্ৰথম সংস্কৰণ ঃ ২০০০

বেটুপাত ঃ হেমন্ত কুমাৰ বায়ন
চিত্ৰকলা নিকেতন, বৰপেটাৰোড্

ছপাশাল ঃ পূৰ্বশ্ৰী অফচেট প্ৰিণ্টাৰ্চ্ছ, বৰপেটা

মূল্য ঃ ৫০.০০ (পঞ্চাশ) টকা

# উছৰ্গা





থলুৱা গীত-মাত, ফকৰা যোজনা
সাধুকথাৰ অফুৰন্ত ভাণ্ডাৰ
মোৰ চিৰ আৰাধ্যা মাতৃ, শাহু আই
প্ৰতিমা বায়ন আৰু চিকুণী কলিতাৰ
পবিত্ৰ স্মৃতিত —

# পাতনি

ইংৰাজী Folklore শব্দটোৰ প্ৰতিশব্দ হ'ল লোক-সংস্কৃতি। লোক-সংস্কৃতিৰ সংজ্ঞা অলেখ। চমুকৈ লোক পৰম্পৰাত সঞ্চাৰিত যি সংস্কৃতি, সেয়ে লোক-সংস্কৃতি। মাটিৰ লগত প্ৰোথিত হৈ থাকে ইয়াৰ শিপা। লোক-সংস্কৃতি একোটা জাতিৰ অস্তিত্বৰ কহিনুৰ। সমাজ বিজ্ঞানী চাৰ্লচ ফান্সিস পটাৰৰ মতে — 'Folklore is the fossil which refuses to die' -- লোক-সংস্কৃতি এনেকুৱা এটি জীৱন্ত ফসিল, সি কেতিয়াও নমৰে। ই যেন এজোপা বিশাল বৃক্ষ, যি বৃক্ষৰ বিস্তৃতি আৰু দৃঢ়তাত বিস্ময়াভিভূত হয় মানৱৰ মন। লোক-সংস্কৃতি কেৱল জাতিৰ অতীত ঐতিহ্য আৰু ইতিহাসৰে সাক্ষী নহয়, প্ৰতিটো জাতিৰ বৰ্ত্তমান কালৰো সঞ্জীৱনী শক্তি।

১৯৭৭ খৃঃত ইংলণ্ডৰ Folklore Society য়ে লোক-সংস্কৃতিৰ যথোপযুক্ত Folklore শব্দটো ব্যৱহাৰ কৰাৰ পূৰ্বে পৃথিৱীৰ বিভিন্ন দেশৰ বিভিন্ন ভাষাত ই আছিল বিভিন্ন নামেৰে পৰিচিত। লেটিন ভাষা-ভাষী অঞ্চলত Demologie বা Demopsyachologie, স্পেইনত Demologia, Demosofia বা Demotecnogra আৰু ৰাছিয়াত Naroduge Tvorchestva শব্দৰ প্ৰচলন মন কৰিবলগীয়া।

ভাৰতবৰ্ষত উনবিংশ শতিকাৰ প্ৰথমাৰ্ধৰ পৰা পাশ্চাত্যৰ আৰ্হিত লোক-সংস্কৃতিৰ বিজ্ঞানসন্মত অধ্যয়নৰ দুৱাৰ মুকলি হোৱাৰ লগে লগে আৰম্ভ হ'ল Folklore ৰ প্ৰতিশব্দ অন্বেষণৰ অবিৰত যাত্ৰা। ফলস্বৰূপে বিভিন্ন পণ্ডিতৰ সুগভীৰ চিন্তাসম্ভূত প্ৰতিশব্দৰ তালিকাত ১। লোকমান (ড° সুনীতি কুমাৰ চট্টোপাধ্যায়) ২। লোকবিজ্ঞান (ডঃ শহীদুল্লাহ) ৩। লোকবাৰ্তা (বাসুদেৱ চৰণ আগৰৱালা) ৪। লোকশ্ৰুতি (আশুতোষ ভট্টাচাৰ্য) ৫। লোক-বিদ্যা (ৰমা প্ৰসাদ চন্দ) ৬। লোক-চৰ্যা (ডঃ সুকুমাৰ সেন) ৭। লোক কৃষ্টি (ডঃ প্ৰফুল্ল দত্ত গোস্বামী) ৮। লোক-সংস্কৃতি (ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডঃ কৃষ্ণদেৱ উপাধ্যায়) ৯। লোক বাঙ্ময় (কেশৰী নাৰায়ণ শুক্ল) ১০। লোক-বৃত্ত (শংকৰ সেন গুপ্ত) ইত্যাদি কেবাটাও প্ৰতিশব্দ দৃশ্যমান হ'ল যদিও লোক-সংস্কৃতি শব্দটোৱেহে যেন সকলোকে মোহিনী মাৰিলে। অৱশ্যে এইটো ঠিক যে বাকীবোৰ প্ৰতিশব্দইও নিজৰ অস্তিত্ব হেৰুওৱা নাই। উদাহৰণ স্বৰূপে আমি নিজেই ইতিপূৰ্বে প্ৰকাশিত কিতাপ এখনৰ নাম ৰাখিছিলোঁ — "লোক-কৃষ্টি আৰু নাৰী"। কৃষ্টি আৰু সংস্কৃতিৰ মাজত পানী নসৰকা পাৰ্থক্য ৰখা নাযায়

যদিও এই দুয়োটা শব্দৰ মাজত পাৰ্থক্যও নোহোৱা নহয়। ৰবীন্দ্ৰ নাথ ঠাকুৰৰ মতে কৃষ্টি মূলতঃ স্থূল আৰু সংস্কৃতি মাৰ্জিত মানসিকতাৰ পৰিচায়ক।

যি কি নহওক, Folklore ৰ প্ৰতিশব্দ অন্বেষণ, সংজ্ঞা নিৰূপণ আৰু তত্ত্ববিচাৰৰ মহাসমুদ্ৰ পাৰ হোৱাৰ দুঃসাহস আমাৰ নাই। আছে মাথোঁ লোক-সংস্কৃতিৰ প্ৰতি আন্তৰিক প্ৰীতি। পাৰিপাৰ্শ্বিকতা আৰু ঘৰুৱা পৰিৱেশে শৈশৱ কালতে লোক-সংস্কৃতিৰ লগত গঢ়ি দিছিল আমাৰ তেজ-মঙহৰ সম্পৰ্ক, আত্মীয়তা আৰু সহৃদয়তা। সেই আত্মীয়তা আৰু সহৃদয়তাৰ চানেকিয়েই হ'ল — "লোক-সংস্কৃতিৰ দাপোণ"।

লোক-সংস্কৃতিৰ লগত হাতে-কামে লাগি থাকিবলৈ আমাক উৎসাহ আৰু অনুপ্ৰেৰণা দি অহা চিৰপূজ্য শিক্ষাগুৰু ড° হৰিনাথ শৰ্মাদলৈ, ড° কেশৱানন্দ দেৱ গোস্বামী আৰু ড° নবীন শৰ্মা চাৰৰ ওচৰত চিৰঋণী হৈ ৰ'লোঁ।

লুপ্ত প্ৰায় লোক-সংস্কৃতি উদ্ধাৰ আৰু প্ৰচাৰ অভিযানৰ কষ্টকৰ আৰু দুঃসাহসিক যাত্ৰাৰ সহযাত্ৰী হৈ নিৰন্তৰ আন্তৰিকতা দান কৰি অহা বি. এইচ. কলেজৰ লোক-সংস্কৃতিপ্ৰাণ ছাত্ৰ-ছাত্ৰী (বিশেষকৈ অসমীয়া প্ৰধান বিষয়ৰ), সহকৰ্মী, বৰপেটাৰোডৰ যুৱশক্তি লগতে ড° অমিয়া মহন্ত, অমিয়া দাস, প্ৰভা দাস, হিৰণ্ময়ী সৰকাৰ, ভক্তি দেৱী প্ৰমুখ্যে 'লোক-সংস্কৃতি বিকাশ কেন্দ্ৰ'ৰ সমূহ সদস্য-সদস্যালৈ থাকিল মোৰ অসীম কৃতজ্ঞতা।

ইতিমধ্যে বিভিন্ন কাকতে-পত্ৰই প্ৰকাশিত প্ৰবন্ধকেইটি একত্ৰিত কৰি গ্ৰন্থৰূপ দিয়াৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লোৱাসকলৰ ভিতৰত মোৰ স্বামী, ভৱানীপুৰ আঞ্চলিক মহাবিদ্যালয়ৰ অধ্যক্ষ নবীন চন্দ্ৰ কলিতা, দাদা হৰেন্দ্ৰ নাথ দাস (সম্পাদক, বৰপেটা সত্ৰ), জোঁৱাই, কমল নয়ন পাটোৱাৰী, ভতিজা, উৎপল দাস আৰু আত্মজা মণীষাৰ শলাগ নলৈ নোৱাৰোঁ। বেটুপাত অঙ্কনৰ বাবে বৰপেটাৰোড চিত্ৰকলা নিকেতনৰ অধ্যক্ষ কনিষ্ঠ ভাতৃ চিত্ৰশিল্পী হেমন্ত বায়নলৈ থাকিল মোৰ স্নেহাশীষ।

'লোক-সংস্কৃতিৰ দাপোণ' প্ৰকাশৰ ক্ষেত্ৰত বৰপেটাৰ পূৰ্বশ্ৰী অফচেট প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰীদ্বয় দীপক কুমাৰ দাস, হিৰণ্য কুমাৰ ভূঞা আৰু কম্পিউটাৰ অপাৰেটৰ হিতেশ শৰ্মা, কৃষ্ণকান্ত পাঠকৰ লগতে সমূহ কৰ্মকৰ্তাৰ শলাগ ল'লো। শেষত গ্ৰন্থখনত ৰৈ যোৱা ভুল-ক্ৰুটীৰ মাৰ্জনা বিচাৰি সহৃদয় পাঠকৰ সহৃদয়তা পালেহে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব বুলি আশা কৰিলোঁ।

**ফুলকুমাৰী কলিতা**
কলিতা ভৱন
চন্দনপুৰ, বৰপেটাৰোড্
২০০০ চন

# সূচীপত্ৰ



❊ ❊ ❊

# লোক-সংস্কৃতি অধ্যয়ন ঃ
# এটি দৃষ্টিপাত

লোক-সংস্কৃতি জাতিৰ পৰিচয় পত্ৰ, জনজীৱনৰ চিন্তা আৰু কৰ্মৰ অভিব্যক্তি। লোক-সংস্কৃতি অধ্যয়ন সম্পৰ্কে অসমৰ লোকাচাৰ্য্য ডঃ নবীন চন্দ্ৰ শৰ্মাদেৱে কৈছে – "Folklore বা লোক-সংস্কৃতি মানব জাতিৰ সমানেই পুৰণি। লোক-সংস্কৃতিৰ অন্যতম লোক কথা সংগ্ৰহৰ সফল প্ৰচেষ্টা যদিও খৃঃ পূঃ ৫ম ৬ষ্ঠ শতিকাৰ পৰাই আৰম্ভ হৈছিল তত্ৰাচ ইয়াৰ বিজ্ঞান সম্মত চিন্তা চৰ্চা আৰু বিচাৰ বিশ্লেষণী আৰম্ভ হৈছে খৃঃ ১৯ শতিকাৰ পৰাহে।" লোক-সংস্কৃতিৰ পদ্ধতিগত অধ্যয়ন প্ৰক্ৰিয়া নতুন হ'লেও, ইয়াৰ সংজ্ঞা অনেক। "Dictionary of Mythology and Legend" গ্ৰন্থতে লোক-সংস্কৃতিৰ সংজ্ঞাই কুৰিৰ ঘৰ অতিক্ৰম কৰিছে। লোক-সংস্কৃতি বিশেষজ্ঞ ডঃ এম ডৰ্চনৰ ভাষাত "Folklore is an word with a short but terbulent history" ১৯৭৩ চনত "All India Science Congress"ৰ হীৰক জয়ন্তী উপলক্ষে পঞ্জাব ইউনিভাৰচিটিত আয়োজিত সভাত, ভাৰতীয় পণ্ডিত সমাজে সৰ্ব সম্মতি ক্ৰমে গ্ৰহণ কৰা লোক-সংস্কৃতিৰ বিখ্যাত সংজ্ঞাটো হ'ল – "Folklore is the total creation of life practice and the ideational pursuit of mainly collective spontaneous and anonymous effort of an integrated society " লোক-সংস্কৃতি সমগ্ৰ জীৱন সাধনাৰ সামগ্ৰিক সৃষ্টি। এখন সমাজৰ আদৰ্শগত, স্বতঃস্ফূৰ্ত আৰু কল্পনা প্ৰসূত সমূহীয়া প্ৰচেষ্টাৰ প্ৰকাশ। বঙ্গদেশৰ লোকাচাৰ্য্য ডঃ আশুতোষ ভট্টাচাৰ্য্যৰ মতে "লোক-সংস্কৃতি জীৱিত বিষয়ৰ সাধনা। জীৱিতৰ মাজত সৌন্দৰ্য্য আৰু প্ৰাণ শক্তিৰ অনুভূতি লোক সাহিত্যৰ লক্ষ্য।"

লোক-সংস্কৃতিৰ এনেকুৱা বহুতো সংজ্ঞালৈ কাণ পাতিলেই শুনা যায় প্ৰতিটো সংজ্ঞাই যেন একেটি সুৰতে বন্ধা। অসমত লোক-সংস্কৃতি অধ্যয়নৰ বাট কাটোতা ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ মতে – "জনজীৱনৰ ধৰ্ম-অনুষ্ঠান, পূজা-পাতল, লোক-

বিশ্বাস, নিয়ম-কানুন, সাধু-উপাখ্যান, পুৰা কাহিনী, প্ৰকৃতিৰ ব্যাখ্যা নৃত্য নাট, অভিনয়, ক্ৰীড়া, কৌতুক এই সকলোৰে সমাহাৰত লোক-সংস্কৃতি সম্পূৰ্ণ।" (অসমৰ লোক-সংস্কৃতি পৃঃ ১) লোক-সংস্কৃতি জন-জীৱনৰ সৌন্দৰ্য্য বোধ, আনন্দ বোধ, আৰু নীতি বোধৰ মুকুতামণি নতুন প্ৰজন্মৰো চালিকা শক্তি। লোক-সংস্কৃতিৰ উপাদান সম্পৰ্কে নানা মুনিৰ নানা মত। ড° ডৰ্‌চনে সম্পাদনা কৰা "Oral transmission of knowledge o Folklore in the Modern world'' (1978) নামৰ গ্ৰন্থখনৰ তথ্যমতে ১। ইতিহাস, ২। তুলনাত্মক সাহিত্য, ৩। মনঃস্তত্ব, ৪। সমাজ বিজ্ঞান, ৫। সাংস্কৃতিক, ৬। নৃতত্ব, ৭। তুলনাত্মক ধৰ্ম আৰু ৮। ভাষা বিজ্ঞানৰ সঁচাৰ কাঠি হ'ল লোক-সংস্কৃতি। লোক-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত ১।ভৌগোলিক আৰু প্ৰাকৃতিক পটভূমি, ২।ঐতিহাসিক সামাজিক পটভূমি, ৩।অৰ্থনৈতিক ৰাজনৈতিক গতি প্ৰকৃতি আৰু সামাজিকভাৱে জীৱন যাপনৰ পদ্ধতিয়েই হ'ল মূল কথা। মুঠতে লোক-সংস্কৃতিৰ মূল উৎস মানৱ জীৱন। লোক-সংস্কৃতিৰ বুকুত ধ্বনিত হয় মানৱ জীৱনৰ ১। মনন (Intellect) ২। ইচ্ছা (Will) আৰু অনুভূতি (emotion).

পাশ্চাত্যৰ পণ্ডিত সমাজ, লোক-সংস্কৃতি চিন্তা-চৰ্চাৰ, অধ্যয়নৰ বাটকটীয়া। ফিনলেণ্ডৰ "ফিনিছ্ লিটাৰেচাৰ ছোছাইটি" (১৮৩১), আমেৰিকাৰ "আমেৰিকান ফোকল'ৰ ছোছাইটি" (১৮৪৪) ইংলণ্ডৰ ফোকল'ৰ ছোছাইটি (১৮৭৮) আদিৰ প্ৰায় সমসাময়িকভাৱে জাৰ্মান, চীন, ৰাছিয়া, আদিতো গা কৰি উঠা অনুৰূপ অনুষ্ঠানে শত মুখে স্বীকাৰ কৰিলে যে লোক-সংস্কৃতি মৃত ফচিল নহয়, ই জীৱন্ত। সমাজ বিজ্ঞানী হেৰলড থমচনে উল্লাসেৰে ক'লে "The study of Folklore is an opportunity to meet your grand father'' ১৮১২ চনতেই জাৰ্মানৰ জেকব গ্ৰীম আৰু উইলিয়াম জেকব ভাতৃদ্বয়ে "জাৰ্মান ফেয়াৰ টেলচ্" প্ৰকাশ কৰি জন সাধাৰণক আকৰ্ষণ কৰিলে।

ভাৰতবৰ্ষতো, ভাৰতীয় পণ্ডিত L.P. Vidyrthi ৰ "Essays in Indian Folklore'' গ্ৰন্থৰ তথ্যানুযায়ী "জাৰ্নেল অব ৰয়েল এচিয়াটিক ছোছাইটি, (১৮৩২) আৰু টমাছ বাৰগেছ (Tamas Bergess) ৰ অনুপ্ৰেৰণাত "Indian Inquairy'' (1872) য়ে ভাৰতবৰ্ষৰ কিছু গীত-মাত, সাধু কথাৰ বাটৰ জেং আঁতৰালে। কুৰি শতিকাৰ আৰম্ভনিতেই, বুকুত লোক-সম্পদৰ সম্ভাৰ লৈ ওলাল বাঙ্গালোৰৰ "জাৰ্ণেল অব মেথিক ছোছাইটি", পাটনাৰ "বিহাৰ এণ্ড পাটনা ৰিচাৰ্চ ছোছাইটি", ৰাচীৰ 'মেন

ইন ইণ্ডিয়া' নামৰ আলোচনী। 'ইণ্ডিয়ান ফোকল'ৰ এছোছিয়েছনে মুম্বাই, এলাহাবাদ, কলিকতা আদি ঠাইত মেল-মিটিং, আলোচনা-চক্র আদি পাতি মুখ মেলি গর্ভ দেখুৱালে। অকল লোক-সংস্কৃতিৰ সম্পদ বুকুত লৈ ১৯৫৬ চনত কলিকতাৰ পৰা ওলাল ''Folklore'' নামৰ এখন আলোচনী।

এইখিনিতে উল্লেখযোগ্য যে জাৰ্মান পণ্ডিত থিয়ডৰ বেনফিয়ে (Theodor Benfy) যুক্তিসহ ভাৰতবৰ্ষক লোক কথাৰ মাতৃভূমি বুলি প্ৰমাণ কৰি দিয়াত, বিশ্ববাসীৰ চকু কপালত উঠিল। লোক-সংস্কৃতি অধ্যয়ন, সংৰক্ষণ আৰু সংগ্ৰহৰ ক্ষেত্ৰতো পাশ্চাত্যৰ পণ্ডিত সমাজেই অসমৰো পথ প্ৰদৰ্শক। অসমৰ পাহাৰে-ভৈয়ামে লুইতৰ পাৰে পাৰে নাচি-বাগি, ৰজন্ জনাই থকা গীত মাত শুনি, আমাৰ ধৰণ-কৰণ দেখি সাত সাগৰ তেৰ-নদীৰ সিপাৰৰ পৰা অহা বৃটিছ ৰাজ কৰ্মচাৰী, ভ্ৰমণকাৰী, নৃতত্ত্ববিদ, ভাষাতত্ত্ববিদ সকলে চিঞৰি উঠিল 'অসম লোক-সংস্কৃতিৰ ভূ-স্বৰ্গ (Folklorist's Paradise)'।

১৯ শতিকাৰ আৰম্ভণিতে, অসম সাহিত্য সভাৰ উদ্যোগত আৰু ব্যক্তিগত প্ৰচেষ্টাত, নানা আলৈ-আহুকালৰ মাজেৰে অসমৰ সাধু-কথা, গীত-মাত, ফকৰা-যোজনা আদি কিছু সংখ্যক লোক সম্পদ উদ্ধাৰ হ'ল। ৫-৭-৬৯ ইং তাৰিখে জন্মলাভ কৰা 'অসম জন কৃষ্টি সমাজ', গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'লোক-সংস্কৃতি গৱেষণা বিভাগ (১৯৭২), 'প্ৰকাশন পৰিষদ', 'কামৰূপ অনুসন্ধান সমিতি' (১৯১২), 'অসম অকাডেমি', 'সাহিত্য অকাডেমি', আদি অনুষ্ঠানে অসমৰ কিছু লোক সম্পদ উদ্ধাৰ কৰি বহুতকে এই কামত ব্ৰতী কৰিলে। এই ক্ষেত্ৰত অৰুণোদই, বাঁহী, জয়ন্তী, আবাহন আদি আলোচনীৰ অৰিহণাও উল্লেখযোগ্য। আনকি ˚ পানীন্দ্ৰ নাথ গগৈ দেৱৰ অসমীয়া ধাৰপাতৰ পাতে পাতে তলফালে একোটা ফকৰা-যোজনা সন্নিবিষ্ট কৰাটোও তাৎপৰ্য্যপূৰ্ণ কাম। ১৮৭৬ চনত, বেপ্‌টিষ্ট মিছনাৰী প্ৰেছৰ পৰা প্ৰকাশ পোৱা হেমচন্দ্ৰ শৰ্মাৰ হাতৰ তলুৱা মান আকাৰৰ —"অসমীয়া ল'ৰাৰ আদিপাঠ, শেহচোৱা" নামৰ সৰু পুথিখনৰ ৭ পৃষ্ঠাত সন্নিবিষ্ট "ধন নোহোৱা জীৱন, গুটি নোহোৱা গছ, শুদা মোনা কাটি হৈ যায়'ৰ লেখিয়া কেইটিমান পটন্তৰে দিছিল লোক সম্পদ উদ্ধাৰ প্ৰচেষ্টাৰ আগলি বতৰা। অসমৰ সুযোগ্য সন্তান ডঃ সূৰ্য্য কুমাৰ ভূঞা, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, নকুল চন্দ্ৰ ভূঞা, শ্ৰীৰামচন্দ্ৰ দাস, হলিৰাম মহন্ত ঠাকুৰ,হলিৰাম হাজৰিকা, যোগেশ তামুলী, ডঃ প্ৰফুল্ল দত্ত গোস্বামী, ডঃ লীলা গগৈ,

ডঃ হৰিনাথ শৰ্মাদলৈ, শ্ৰীযুত শশী শৰ্মা, ডঃ বীৰেন্দ্ৰ নাথ দত্ত, ডঃ নবীন চন্দ্ৰ শৰ্মা, ডঃ নিৰ্মল প্ৰভা বৰদলৈকে প্ৰমুখ্য কৰি, কেবাগৰাকী লোক-সংস্কৃতি বিশেষজ্ঞই, অশেষ কষ্টেৰে লোক সম্পদ সংগ্ৰহ আৰু সংৰক্ষণ কৰি শুকুতাৰ বুকুত মুকুতাৰ সম্ভেদ দিছে।

লোক-সংস্কৃতি উদ্ধাৰৰ ক্ষেত্ৰত, সদা সচেতন হৈ কাম কৰি অহা অসমৰ অন্যান্য অনুষ্ঠান সমূহ হ'ল সাংস্কৃতিক সঞ্চালকালয়, অসম জনজাতীয় গৱেষণা কেন্দ্ৰ, অসম ৰাজ্যিক সংগ্ৰহালয়, আনন্দৰাম ভাষা আৰু সাংস্কৃতিক সন্থা, বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ অসম, ডিব্ৰুগড় আৰু তেজপুৰ বিশ্ববিদ্যালয় আৰু নলবাৰীৰ পূৰ্ব-ভাৰতী। এই কেইটা অনুষ্ঠানৰ বাহিৰেও বৰ্তমান অসমৰ কলা ক্ষেত্ৰ, অসম কলাতীৰ্থ আদিৰ নিচিনা বিভিন্ন সাংস্কৃতিক গোষ্ঠীয়ে সময়ে সময়ে লোক-সংস্কৃতিমূলক প্ৰতিযোগিতাৰ আয়োজন কৰা দেখি এতিয়া বহুতৰে গা লৰিছে। ৮০ ৰ দশকতে বৰপেটাৰোডৰ অৱগুণ্ঠিতা শিল্পী সমাজৰ সদস্যা সকলেও দলবদ্ধভাৱে গাঁৱে গাঁৱে গৈ বহুতো লোক সম্পদ উদ্ধাৰ কৰি বৰপেটা অঞ্চলত এটি জন জাগৰণৰ সৃষ্টি কৰিছিল।

লোক সম্পদৰ প্ৰকৃত মূল্যায়নৰ বাবে ক্ষেত্ৰ অধ্যয়ন (Field Work) উত্তম পন্থা। ইতিমধ্যে অসমৰ পুৰণি গীত-মাত কিছু উদ্ধাৰ হৈছে সঁচা কিন্তু ইয়াৰে কিছু বেসুৰা, কিছু বিকৃত। ইয়াৰ কাৰণ তথাকথিত লোক কৰ্মী বেছি ভাগেই লোক-সংস্কৃতিক হাকুটি লগাই চুমা খায়, দূৰৈৰ পৰা। পিছে আমাৰ চুবুৰীয়া বঙ্গদেশ এই ক্ষেত্ৰত আমাতকৈ বেছি সচেতন। উদাহৰণ স্বৰূপে ১৮৭৮ খৃঃত, সেই সময়ত ৰংপুৰত ডেপুটি মেজিষ্ট্ৰেট পদত থকা চাৰজন আব্ৰাহাম গ্ৰীয়াৰচনে "Song of Raja Manik Chandra" নাম দি লোক সংগীতৰ কিতাপ এখনি প্ৰকাশ কৰিছিল। কিন্তু ১৯১২ চনত দীনেশ চন্দ্ৰই গাঁৱৰ বোকা পানী খচি সেই একেই গীত মাতবোৰ পুনৰাই বিভিন্ন লোক শিল্পীৰ কণ্ঠৰ পৰা আজুৰি, আদৰি আনি নাম দিলে "গোপী চন্দ্ৰেৰ গান" সুৰ সহ উদ্ধাৰ কৰাৰ লগে লগে গীতবোৰৰ বুকুত ধ্বনিত হ'ল বহুতো নতুন নতুন তথ্য। অসমৰ ক্ষেত্ৰ অধ্যয়নৰ এই পয়া লগা, জৰীত ধৰি বল নিদিয়া অৱস্থাটো লোক-সংস্কৃতি উদ্ধাৰৰ অন্যতম অন্তৰায়। ক্ষেত্ৰ অধ্যয়ন কষ্ট সাধ্য, ব্যয় সাধ্য, কিন্তু দুঃসাধ্য নহয়। কাৰণ কথাতেই আছে, ইচ্ছাৰ বোজা গধুৰ নহয়। লোক-সংস্কৃতি অধ্যয়নৰ ক্ষেত্ৰত ভাষাইও আগভেটা দিয়ে। যান্ত্ৰিক যুগে তাহানিৰ শদিয়া

ধুবুৰীৰ দূৰত্ব কমাই আমাক 'তই উজনিৰ মই নামনিৰ' কৰি ৰখা নাই। কিন্তু ভাষাৰ ক্ষেত্ৰতহে পুৰণি বেমাৰটিয়ে মাজে মাজে উক্ দিয়ে। অসমত বাস কৰা প্ৰতিটো জাতি, জনজাতিয়ে ইজনে সিজনৰ মাত কথা বুজিবলৈ যত্ন কৰিলে, পৰস্পৰে পৰস্পৰৰ কলা-কৃষ্টি অনুশীলনৰ অভ্যাস কৰিলে, অভ্যাসে গৈ স্বভাৱত পৰিণত হ'ব। অন্য নালাগে আজি বিশ-পঁচিশ বছৰৰ ভিতৰতেই চোন বিহুগীত বিহুনাচে উজনি নামনি মনিব নোৱাৰা কৰিলে।

অসমৰ গৌৰৱ প্ৰতিমা পাণ্ডেৰ গোৱালপৰীয়া লোকগীত নুবুজা, ভাল নোপোৱা মানুহ অসমত নাই। সেইদিনা অসমবাসীক কন্দুৱাই চিৰ বিদায় লোৱা "ভায়া মামা গোষ্ঠীৰ কৃষ্ণাৰ্জুন স্বৰূপ প্ৰবকিশোৰ দাস আৰু সুৰজিৎ গগৈৰ লগতে কৌতুক গোষ্ঠীটিৰ বাকীবোৰ শিল্পীৰ নলবাৰীয়া, বৰপেটীয়া ভাষা কোনোবাই জানো নুবুজাকৈ আছিল? বৰপেটাৰ অকল মহিলা শিল্পীৰদ্বাৰা অভিনীত 'হনুমান সাগৰ বান্ধা চাউ' নাটক খনেও দৰ্শকৰ বিপুল সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। লোক-সংস্কৃতিৰ চিন্তা চৰ্চাত অসমীয়া জাতিৰ ঐতিহ্য বিমুখিতা অন্য এখনি প্ৰাচীৰ। আত্মোপলব্ধি আৰু আত্ম জাগৰণৰ অন্তঃসলিলা শক্তি লোক-সংস্কৃতি, বিশেষকৈ লোক-সংগীত। লোক-সংস্কৃতিয়ে মানৱক জাতীয়তাবোধত উদ্বুদ্ধ কৰা কথাষাৰ সমৰ্থন কৰি ডঃ ডৰচনে কৈছে "The concern with folklore and the rise of a natioanalistic coincide" ৰাছিয়া আৰু চীন দেশৰ জন-জাগৰণত লোক-সংগীত আছিল সঞ্জীৱনী ধাৰা। তাহানি ভাৰতবৰ্ষ তথা অসমতো দেশ প্ৰেমমূলক গীতৰ বা লাগি, স্বাধীনতা আন্দোলনৰ জুইকুৰা জ্বলি উঠিছিল দপ্‌দপ্‌কৈ। অসমৰ নতুন প্ৰজন্মক লোকজ্ঞানৰ পৰা আঁতৰাই ৰখাৰ অন্য এটি কাৰণ শিল্প যুগৰ প্ৰভাৱ। এতিয়া পাশ্চাত্য বৰ্জিত ঠাইতো দূৰদৰ্শন, হিন্দী, ইংৰাজী চিনেমাৰ পয়োভৰ। আজি কালিৰ অকণিৰ জুহালৰ কাষত বহি, জোনাক সৰা আকাশৰ তলত ঢাৰি পাৰি লৈ সাধুকথা শুনিবলৈ সময় নাই। আইতায়ো ৰ'দত বহি মনৰ কথা নকয়। ফলত পশ্চিমীয়া সংস্কৃতি হ'ল আমাৰ বুকুৰ বান্ধৈ, তইহে তই, মইহে মই। আৰু ইফালে আমাৰ নিজৰ কলা-কৃষ্টি? ঢাপত গজা, অনাদৃত। অথচ বহুতেই আকৌ এডেও-দুডেওকৈ নিয়া আমাৰ গীত-মাত সুৰ সঞ্চাৰেৰে মূধাফুটা গীতিকাৰ, সুৰকাৰ বোলাই বাহ! বাহ! লৈ আছে। পিছে আমাৰতো গড়ঁৰ ছাল, সেইবোৰ গাত লাগিলেহে! আধুনিক সমালোচকৰ মতে যন্ত্ৰ শিল্প বা প্ৰযুক্তি বিদ্যা লোক-সংস্কৃতিৰ পৰিপন্থী নহয়।

ধৰং প্ৰয়োগগত কৌশল আয়ত্ব কৰিব পাৰিলে, এইবোৰৰ মাধ্যমেৰেই কলা সংস্কৃতিয়ে প্ৰসাৰতা লাভ কৰে।

ষাঠীৰ দশকৰ পৰা বৰ্ত্তমানলৈ যিখিনি লোক সম্পদ উদ্ধাৰ হ'ল সেয়া এপাচি শাকত এটা জালুক। বহুতো লোক সম্পদ পাহৰণিয়ে গিলিলে। পুৰণি পুথি-পাঁজিতো এতিয়াও এন্দুৰে দাঁতৰ ধাৰ পৰীক্ষা কৰিয়েই আছে। হেজাৰ হেজাৰ গীত-মাত চিতাগ্নিত জাহ গ'ল। বাকী থকা খিনিও বেছিভাগেই অগ্নিগড়ত আবদ্ধ। চুবলৈ গৈ, চাবলৈ গৈ কেতিয়াবা ফেঁচাটো হৈ উলটি আহিব লগাত পৰে। উদ্ধাৰ হোৱা খিনিৰো নানা বেমেজালি। তাৰে এটি সামান্য উদাহৰণ — ১৯২২ চনত, বৰনগৰৰ হলিৰাম মহন্ত ঠাকুৰদেৱে অৰ্থ ব্যাখ্যা কৰি দিয়া নাৰায়ণ দাস ঠাকুৰ আতাৰ তিনিশ একাৱন্ন টা ভকতীয়া ফকৰাই "ফকৰাৰ পুথি বা পৰমাৰ্থ তত্ব" নাম লৈ প্ৰকাশ পাইছিল। পিছে লোক-সংস্কৃতিৰ প্ৰথম ভাৰতীয় পণ্ডিত, অসমৰ লোককলা গুৰু ডঃ প্ৰফুল্ল দত্ত গোস্বামীদেৱে তেখেতৰ "জাপানৰ জনকৃষ্টি আৰু অন্যান্য ৰচনা" (১৯৮৪) নামৰ গ্ৰন্থত লিখিলে যে "সম্প্ৰতি কান্তিৰাম বুঢ়া ভকতৰ ফকৰা কিতাপ (১৯২৭) আৰু আন দুই এখন ৰচনাত এশ মান ফকৰাহে প্ৰকাশ পাইছে।" অসমৰ লোক-সংস্কৃতিৰ আন এগৰাকী মহাৰথী ডঃ লীলা গগৈ দেৱেও গোস্বামী চাৰৰ সংখ্যাটো সমৰ্থন কৰাত, আমাৰো খেলিমেলি লাগিল। পিছত অৱশ্যে দুয়োজনা ব্যক্তিৰ বক্তব্যৰ পৰা গম পালো হলিৰাম মহন্ত ঠাকুৰদেৱৰ ফকৰাৰ পুথিখন হাতত নপৰাৰ বাবেহে হস্তীৰো পাৱ পিছলিল। এইখিনিতে উল্লেখযোগ্য যে একেটা প্ৰকাশন গোষ্ঠীয়ে প্ৰকাশ কৰা, একেখন কিতাপৰ ৪ৰ্থ সংস্কৰণ (১৯৮৯)ত মাত্ৰ এশ উনসত্তৰ টা ফকৰাহে সন্নিবিষ্ট হৈছে। পুথিখনিৰ পাতনিত, অংগহানিৰ ভেদটো ভাঙি নিদিয়াত অসমীয়া ভকতীয়া ফকৰাৰ সংখ্যাটোত কালিকা লাগিয়েই ৰ'ল। লোক-সংস্কৃতি অধ্যয়নৰ ক্ষেত্ৰত এইবোৰ কথাও পানীৰ তলৰ কাঁইট।

বৰ্ত্তমান সময়ত লোক-সংগীত, লোকানুষ্ঠানৰ প্ৰতিযোগিতা পাতি লোক সম্পদ উদ্ধাৰ আৰু প্ৰচাৰৰ প্ৰচেষ্টা প্ৰশংসনীয়। কিন্তু দেখা যায় এইবোৰ অনুষ্ঠানত পৰিবেশিত বেছিভাগ গীত-মাতে "শুদ্ধিকৰণ" হ'বলৈ গৈ জাত হেৰুৱাই বিজতৰীয়া হৈছে। পৰিবৰ্তনশীল পৃথিৱীত লোক-সংস্কৃতিৰ স্থিতাবস্থাৰ কল্পনা অযুক্তিকৰ, ক্ষতিকাৰকো। লোক-সংস্কৃতি বোৱতী সুঁতি। যুগৰ প্ৰভাৱ আৰু জনজীৱনৰ অৱলম্বনত লোক-সংস্কৃতিয়ে ৰংৰূপ সলায়। এই পৰিবৰ্ত্তন স্বতঃস্ফূৰ্ত্ত প্ৰভাৱৰ

পৰিণতি, য'ত লোক-সংস্কৃতিৰ মূল চৰিত্ৰ বিনষ্ট নহয়। কিন্তু ইচ্ছাকৃতভাৱে সচেতন হৈ, নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবে ৰাজনৈতিক বা ব্যৱসায়িক কোনো কাৰণত এই পৰিবৰ্ত্তন ঘটালে লোক-সংস্কৃতিৰ বিকৃতি ঘটে।

অসমত টকা থাকিলেই কেছেট উলিওৱা দুৰ্বুদ্ধিৰ ফলত নীলা শিয়াল জাতীয় কেছেটৰ উৎপাত বঢ়াতো সকলোৰে দৃষ্টিগোচৰ হৈছে। এই বিষয়ে নানা আলোচনা বিলোচনাও চলি আছে। এনে দুৰ্দ্দিনত আমাৰ ৰথী মহাৰথীসকলে বাঘজৰী নধৰিলে, কলা-সংস্কৃতিৰ পথাৰখন অপসংস্কৃতিয়ে তহিলং কৰিব। অসমবাসীৰ সৌভাগ্য ১৯৮৯ চনৰ ৯ নভেম্বৰত, লুইতৰ পাৰ জিলিকাই তোলা শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰই, উত্তৰ পূৰ্বাঞ্চলৰ লোক-সংস্কৃতি তথা সত্ৰীয়া সংস্কৃতিক সজীৱ কৰি ৰখাৰ প্ৰতিশ্ৰুতি দিছে। নৱনিৰ্মিত অনুষ্ঠানটিৰ বাহ্যিক কাৰুকাৰ্য্যই সকলোকে মোহিনীও মাৰিছে। এই কলা ক্ষেত্ৰতেই অসমৰ কলা-সংস্কৃতিৰ প্ৰাণ প্ৰতিষ্ঠা হ'ব, এয়া অসমবাসীৰ আশা — "কৰিছো আশা যিটো চিৰকাল, নকৰা তাক ভঙ্গ গোপাল"। অসমত এতিয়ালৈকে লোক-সংস্কৃতিয়ে স্কুল, কলেজ তথা বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত, পূৰ্ণাংগ বিষয় হিচাপে স্বীকৃতি লাভ কৰা নাই। আমাৰ ছাত্ৰ-ছাত্ৰীয়ে বিষয়টো চাকি চোৱাৰ সুযোগ নোপোৱা নহয়, কিন্তু সম্পূৰ্ণ আস্বাদ লবলৈ এতিয়াও বহুতো বাকী। ইফালে আমাৰ আজিলৈ, অকল লোক-সংস্কৃতি সম্পদৰ ভাৰ বব পৰা নিয়মীয়া কাগজ-পত্ৰ এখনো ওলোৱা নাই। অৱশ্যে মাজে সময়ে দুই এখন কাগজ-পত্ৰ বা আলোচনীত লোক সংস্কৃতি মূলক আলোচনাই পাঠকক বহুতো নজনা কথাৰ সম্ভেদ দি আছে। এই ক্ষেত্ৰত অনাতাঁৰ কেন্দ্ৰ, দূৰদৰ্শন, লগতে আমাৰ কেবাখনো কথা ছবিয়ে লোক-সংস্কৃতিৰ এন্ধাৰ ফালটোত পোহৰ পেলাইছে। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, বেণুধৰ শৰ্মাৰ নিচিনা তলিলৈকে মনিব পৰা এচাম শিল্পী, সাহিত্যিকৰ সৃষ্টি হ'লেহে লোক-সংস্কৃতিৰ সাগৰ তলিৰ মুকুতা উদ্ধাৰ হ'ব।

আমি আগতেই উল্লেখ কৰিছোঁ, এতিয়া আমাৰ বিজতৰীয়া সংস্কৃতিৰ লগতহে বেছি লেটি-পেটি, নিজৰখিনি চুবা মাটি। অসমৰ ঐতিহ্য-কলা-কৃষ্টিৰ পৰা নিজৰ সন্তানক দূৰতে বিদুৰ কৰি আঁতৰাই ৰাখিব পৰাতোও যেন বহুতো আধুনিক পিতৃ-মাতৃৰ এক প্ৰকাৰ নতুন সংস্কৃতি। কিন্তু জাতিৰ ঐতিহাসিক, ভৌগোলিক, নৃতাত্বিক, সাংস্কৃতিক, সামাজিক আদি সকলো দিশকে উৰ্বৰা কৰি, সমাজক সজাল ৰূপ দিব

পৰা লোক-সংস্কৃতি অধ্যয়ন আৰু অনুশীলন জাতিৰ বাবে অতি দৰকাৰী কথা। ডঃ লীলা গগৈ দেৱৰ 'টাই সংস্কৃতিৰ বুৰঞ্জী'ৰ ছাপন্ন পৃষ্ঠাত উল্লেখ কৰা চুহংমুং দিহিঙ্গীয়া ৰজাৰ দিনত, (১৪৯৭-১৫৩৯) নিজৰ পৰিচয়ৰ প্ৰমাণ দিব নোৱাৰা বহুতো আহোম পৰিয়ালে, খেতি নষ্ট কৰা অলাগতিয়াল "বিনৈগুটি" হোৱাৰ দৰে, সকলোৰে বিনৈগুটি হব লাগিব। তাতে আকৌ বোকাত পৰা হাতীক খৰা শিয়ালেও নেজ জোকাৰে। ●

# বৰনগৰৰ জাগৰণ উৎসৱ

বৰনগৰৰ মহাপ্ৰভু গৰখীয়া গোসাঁইৰ থানখনি এখনি প্ৰাচীন ধৰ্মানুষ্ঠান। থানখনৰ উৎপত্তি সম্বন্ধে বহুতো জনশ্ৰুতি আছে যদিও স্থানীয় ৰাইজে কোচৰজা মহাৰাজ নৰনাৰায়ণৰ সময়ৰ পৰাই থানখনৰ অৱস্থিতিৰ অনুমান কৰে। গৰখীয়া গোসাঁই থানৰ অসীম মাহাত্ম্য। সেয়েহে থানখনত নিৰ্দ্দিষ্টকৈ পালন কৰা উৎসৱ অনুষ্ঠানৰ কথাতো বাদেই, প্ৰতিদিনে ইয়াত ভক্তৰ অবিৰত সোঁত বৈ থাকে। গৰখীয়া গোসাঁই থানত পালন কৰা বিভিন্ন উৎসৱৰ ভিতৰত এটি উল্লেখযোগ্য উৎসৱ হ'ল 'জাগৰণ উৎসৱ'। যাক স্থানীয় ৰাইজে 'জাগৰ উৎসৱ' বুলি কয়। বিপদত পৰা ভক্ত সমাজক উদ্ধাৰ কৰিবৰ কাৰণে ইষ্ট দেৱতাই দিনে ৰাতি জাগি থকা লোক বিশ্বাসে বিভিন্ন প্ৰান্তত দকৈ শিপাই আছে। "প্ৰাচীন পূৰ্ব বংগ গীতিকাৰ", সংগ্ৰাহক আৰু সম্পাদক ক্ষিতীশ চন্দ্ৰ মৌলিকে ১৮৭১ চনত বৰনগৰৰ চকচকা নিবাসী ৰাধা মোহন দাস নামৰ এজন বৃদ্ধ বৈৰাগীৰ পৰা উদ্ধাৰ কৰা এখনি পালা গানত, বংগদেশত বিপদৰ পৰা উদ্ধাৰকাৰী দেৱতা হিচাপে পূজিত হোৱা "বাস্তু দেৱতা"ৰ বন্দনাৰ্থে এনেকুৱা লোক বিশ্বাসৰ প্ৰতিধ্বনি শুনা যায় —

"ঘৰে ঘৰে পূজা কৰে এক বছৰেৰ ল্যাইগ্যা
ৰক্ষা কৰিবে ঠাকুৰ ৰাতদিন জাইগ্যা।"

গৰখীয়া গোসাঁই থানৰ জাগৰণ উৎসৱৰ সূত্ৰপাত সম্পৰ্কে এটি লোক শ্ৰুতি আছে — আজি কেইবা বছৰ আগৰ কথা, — ভয়ানক কলেৰা মহামাৰীয়ে বৰনগৰীয়া ৰাইজৰ মাজত আতংকৰ সৃষ্টি কৰিছিল। মহামাৰীৰ ধ্বংসযজ্ঞত একোটা পৰিয়াল সম্পূৰ্ণৰূপে নিঃচিহ্ন হৈ যোৱাত, উপায়বিহীন ৰাইজে মহাপ্ৰভু গৰখীয়া গোসাঁইৰ চৰণত আশ্ৰয় ল'লে। অন্তৰ্যামী ভগবানে ভক্তৰ দুৰ্গতি নিবাৰণাৰ্থে মাজনিশা শুকুলা সাজেৰে, শুকুলা ঘোঁৰাত উঠি গাঁৱৰ পদূলিয়ে পদূলিয়ে ঘূৰি ফুৰাত মহামাৰী পলাই

ফাট মাৰিলে। প্ৰভুয়ে দিনে-ৰাতি জাগ্ৰত হৈ ভক্তক ৰক্ষা কৰা এই জনবিশ্বাসৰ ভেঁটিতেই জাগৰণ উৎসৱৰ সূত্ৰপাত। সাধাৰণতে জেঠ মাহৰ ১৬ তাৰিখৰ পৰা ২২ তাৰিখলৈ এই উৎসৱ বিশেষ উলহ-মালহেৰে পালন কৰা হয়। জেঠৰ ১৬ তাৰিখে গৰখীয়া গোসাঁই প্ৰভুক ভক্তসকলে খোল, তাল বজাই নাম-কীৰ্ত্তন কৰি ভাজঘৰৰ পৰা উলিয়াই আনি মূল কীৰ্ত্তন ঘৰৰ পূবফালে থকা সিংহাসনত বহুৱাই ৰাখে। জেঠৰ ১৬ তাৰিখৰ পৰা ২১ তাৰিখলৈ দিনে-ৰাতিয়ে নাম-প্ৰসঙ্গ চলি থাকে। বৰনগৰৰ বৰ্ত্তমান উনৈশখন চুবা মেধিপাৰা, শালেপাৰা, কুমাৰখাটি, বাৰেগাঁও, বেঙাপাৰা, পাটোৱাৰীপাৰা, ভাটিপাৰা, বাখ্ৰাপাৰা, ধূলাৰবৰি, চামতাবৰি, কেতেকীবাৰী, ওজাপাৰা, কানাইপাৰা, নদীয়াপাৰা, মালপাৰা, উত্তৰ গণকগাড়ী, দক্ষিণ গণকগাড়ী, পূব-দক্ষিণ পাৰা, সৰভোগ টাউন আৰু ইয়াৰ আশে-পাশে থকা গাঁৱৰ আইসকল বাপুসকলে আহি পাল পাতি নাম ধৰে। যিদিনা যিখন গাঁওৰ নাম গোৱাৰ পাল থাকে, সিদিনা সেইখন গাঁওৰ ৰাইজে গৰখীয়া গোসাঁইৰ কাৰণে ভোগ প্ৰসাদ আগবঢ়ায়।

জেঠৰ ২০ তাৰিখে আবেলি ভক্তসকলে নামকীৰ্ত্তন কৰি গৰখীয়া গোসাঁইক নগৰ পৰিভ্ৰমণৰ আদেশ লবলৈ "তেলেলীয়া থান"লৈ লৈ আহে। গৰখীয়া গোসাঁই থানৰ পৰা দক্ষিণ-পূবে কিছু নিলগত থকা এই 'তেলেনীয়া থান'তে গৰখীয়া গোঁসাই আবিৰ্ভাব হৈছিল। অৰ্থাৎ গৰখীয়াসকলে এই ঠাইতেই মহাপ্ৰভুক আৱিষ্কাৰ কৰি খান্দি উলিয়াইছিল বাবে এইখন ঠাইকো ৰাইজে পবিত্ৰ জ্ঞান কৰে। ভকতসকলে প্ৰভুক লৈ থানত থকা প্ৰকাণ্ড আঁহতজোপাৰ চাৰিওফালে নাম গাই গাই তিনিপাক ঘূৰে। একান্ত সেৱক পূজাৰীয়ে গছডালত চোৰঁৰ লগাই 'কাইলৈ মই "জাগৰ" ফুৰিবলৈ যাম, আজ্ঞা দিয়া' বুলি তিনিবাৰ কোবাৰ পিছত, গোঁসাইক পুনৰ মূল কীৰ্ত্তন ঘৰলৈ লৈ আহে।

২১ জেঠৰ দিনাখন ৰাতিপুৱাৰ পৰাই বৰনগৰত উদুলি-মুদুলি পৰিৱেশ। সিদিনা ৰাতিপুৱা আঠ মান বজাতে গোসাঁইক চৌদোলাত লৈ 'জাগৰ' ফুৰাবলৈ উলিওৱা হয়। গোসাঁইৰ পিছে পিছে পুৰুষ, মহিলা, ল'ৰা-ছোৱালীয়ে লোকে লোকাৰণ্য হৈ নাম-কীৰ্ত্তন, গীত-পদৰ ধ্বনিৰে আকাশ-বতাহ মুখৰিত কৰি তোলে। পৰিভ্ৰমণ কৰা কালত গৰখীয়া গোসাঁই বিভিন্ন চুবাত থকা অন্যান্য নামঘৰসমূহতো ক্ষন্তেক জিৰণি লয়। নিজৰ পদূলিৰ সন্মুখত গোসাঁইক বহুৱাব পৰাটো অতি পুণ্যৰ কাম বুলি ভবাৰ কাৰণে, কিছুমান মানুহে নিজৰ পদূলিত গোসাঁইক বহুৱাবলৈ আসন

পাতে। মাটি বা পকাৰ টিপৰ চাৰিওফালে চাৰিডাল কলপুলি পুতি তাৰ মাজত এখনি আগলতি কলপাতৰ ওপৰত নতুন অনাকটা কাপোৰ পাৰি গোসাঁইৰ আসনখন সুসজ্জিত কৰি ৰাখে। গৃহস্থৰ সামৰ্থ অনুসৰি প্ৰসাদ আগবঢ়াই ভক্ত আৰু ভগবানৰ আশীৰ্বাদ লয়। অৱশ্যে গোঁসাইক পদুলিত বহুৱাবলৈ হ'লে গৃহস্থই গৰখীয়া গোসাঁই থানৰ লগত আগতীয়াকৈ যোগাযোগ কৰিব লাগে। এনেকৈ পৰিভ্ৰমণ কৰি ৰাতি প্ৰায় ১২টা, ১টা মান বজাতহে গোসাঁই থানলৈ উভতি আহে।

জেঠৰ ২২ তাৰিখে আৰম্ভ হয় হোম মহোৎসৱ। বৈদিক নীতি-নিয়মেৰে হোম-যজ্ঞ কৰাৰ পিছত ভক্তসকলে নামকীৰ্ত্তন কৰি গোসাঁইক ভাজ ঘৰলৈ আদৰি নিয়ে। পূজাৰীয়ে বিধি ব্যৱহাৰেৰে গৰখীয়া গোঁসাইক আদৰি নি ভাজঘৰৰ পূৰ্ব্ব স্থানত প্ৰতিষ্ঠা কৰিলেই বছৰলৈ জাগৰণ উৎসৱৰ সামৰণি হয়। উক্ত জাগৰণ উৎসৱৰ কেবাটাও তাৎপৰ্য্য আছে। সাধাৰণতে বৰনগৰৰ বেছিভাগ মানুহেই ঘৰুৱা আৰু ৰাজহুৱাভাৱে আইনাম পাতে। উল্লেখযোগ্য যে বৰনগৰীয়া ৰাইজে বহাগ মাহৰ পৰা জেঠ মাহৰ ১৬ তাৰিখৰ আগে আগে আই নাম পতা পৰ্ব শেষ কৰিব লাগে। জাগৰণ উৎসৱৰ সময়ত গৰখীয়া গোঁসাই থানত চাউল, চেনি, কল, তিয়ঁহ, বগা ফুল আদিৰে এখনি বিশেষ ধৰণৰ শৰাই পাতে। এই সময়ত প্ৰত্যেক চুবাৰ পৰা 'জাগৰ' ৰখিবলৈ অহা ভক্তসকলে সমূহীয়াভাৱে অনা প্ৰসাদেৰে পূৰ্ণ কৰি ৰখা এই শৰাইখন ১৬ জেঠৰ পৰা ২২ জেঠলৈ নভঙাকৈ ৰাখিব লাগে। ২২ তাৰিখে হোমৰ পিছত উক্ত শৰাইৰ প্ৰসাদ ৰাইজৰ মাজত বিতৰণ কৰা হয়। ৰাইজেও এই প্ৰসাদ বসন্ত ৰোগৰ প্ৰতিষেধক হিচাপে সংৰক্ষণ কৰি ৰাখে। জাগৰণৰ সময়ছোৱাত বৰনগৰৰ মানুহে নিৰামিষ আহাৰ গ্ৰহণ কৰে। জনশ্ৰুতি মতে গৰখীয়া গোসাঁয়ে গাঁও পৰিভ্ৰমণ কৰোতে হেনো মাছ-মাংসৰ গোন্ধ পাই পূজাৰীক সপোন দেখুৱাইছিল। তেতিয়াৰ পৰা ৰাইজে 'জাগৰ'ৰ সময়ত মাছ-মাংস দূৰতে বিদূৰ কৰিলে। আনকি বৰনগৰত অস্থায়ীভাৱে থকা মানুহেও সেই কেইদিন স্থানীয় ৰাইজৰ লগতে নিৰামিষ আহাৰ গ্ৰহণ কৰে। বৰনগৰত বাস কৰা মাৰোৱাৰী, বঙালী, বিহাৰী আদি সকলো সম্প্ৰদায়ৰ মানুহে এই উৎসৱত অংশগ্ৰহণ কৰি সোণত সুৱগা চৰায়। উল্লেখযোগ্য যে বৰনগৰৰ থলুৱা ইছলাম ধৰ্মী সমাজখনে গৰখীয়া গোঁসাই থানলৈ অসীম শ্ৰদ্ধা ভক্তি জনায়।

জাগৰণৰ কালছোৱাত সাধাৰণতে বৰনগৰত কোনো বিয়া-সবাহ অনুষ্ঠিত নহয়। সেই কেইদিন গৃহস্থীলোকে সকলো ফালৰ পৰা সংযমী হৈ নিয়ম নীতি মানি

শুদ্ধ হৈ থাকিলেহে গোসাঁই সন্তুষ্ট হোৱা বুলি এটা লোক বিশ্বাস আছে। ৰাইজৰ মঙ্গলৰ বাবে ইষ্ট দেৱতাই গাঁও পৰিভ্ৰমণ কৰা বিশ্বাসৰ ওপৰতে এই উৎসৱৰ ভেঁটি প্ৰতিষ্ঠিত যদিও সমাজৰ ওপৰত এই উৎসৱৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ পৰিলক্ষিত হয়। স্বয়ং ভগবানেও গাঁও পৰিভ্ৰমণৰ বাবে মাতৃ আজ্ঞা লোৱা, ভকতসকলে মিলিজুলি নাম-প্ৰসংগ কৰা, উৎসৱ উপলক্ষে দূৰ-দূৰণিত থকা পো-বোৱাৰী, জী-জোঁৱাই ঘৰলৈ অহা বিভিন্ন জাতি গোষ্ঠীয়ে ভগবানৰ চৰণত একেলগে আঁঠুলোৱা কাৰ্য্যই সমাজ গাঁথনিত শক্তিশালী অৰিহণা যোগাই আহিছে। বৰ্তমান কৰ্ম ব্যস্ত জীৱনত, প্ৰাণ শক্তি সঞ্চাৰ কৰিব পৰা এনেকুৱা উৎসৱ অনুষ্ঠানে অৱসাদ আঁতৰ কৰি জাতীয় ঐতিহ্য ৰক্ষা কৰাৰ লগতে মানুহক আধ্যাত্মিক জ্ঞানৰো সন্ধান দিব পাৰে।●

# অসমৰ বিবাহ প্ৰথা

হিন্দু সমাজৰ দশ সংস্কাৰৰ ভিতৰত শ্ৰেষ্ঠ সংস্কাৰ হ'ল বিবাহ। ভাৰতবৰ্ষৰ আদিম সমাজখনত নাৰী আৰু পুৰুষ আছিল সম্পূৰ্ণ স্বাধীন। সেই সময়ত নিৰ্দ্দিষ্ট বিধি-ব্যৱস্থাৰে যুৰীয়া জীৱনৰ পাতনি মেলাৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। জীৱিকা আৰু আত্মৰক্ষাৰ বাবে পুৰুষ নাৰীয়ে দলবদ্ধভাৱে জীৱন কটাইছিল। এই মুক্ত জীৱনত পুৰুষ নাৰীৰ অবাধ মিলনৰ ফলতেই সন্তানৰ জন্ম হৈছিল। কিন্তু পৰবৰ্তী কালত সমাজৰ অগ্ৰগতিৰ লগে লগে ৰাজনৈতিক, অৰ্থনৈতিক আদি বিভিন্ন কাৰণত মানুহে নিৰ্দ্দিষ্ট যুৰীয়া জীৱনৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিলে। ইয়াৰ ফলত বিবাহ নামৰ সামাজিক ৰীতিটোৰ উদ্ভৱ হ'ল। সেই সময়ত এহাল পুৰুষ-নাৰীয়ে বিবাহৰ বান্ধোনেৰে স্বামী-স্ত্ৰীৰূপে সমাজত স্বীকৃত হ'লেও বহু সময়ত নাৰী আৰু পুৰুষৰ যৌন স্বাধীনতাও অব্যাহত থাকিল। পুৰণি সমাজত পুৰুষে নাৰীক উমৈহতীয়া সম্পত্তি হিচাবে ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত প্ৰথম বিৰোধিতাকাৰী জন হ'ল উদ্দালক মুনিৰ পুত্ৰ শ্বেতকেতু। শ্বেতকেতুৱে তেনেকুৱা কামক ব্যভিচাৰ বুলি ঘোষণা কৰি এজনী নাৰী কেৱল এজন পুৰুষৰহে শয্যা-সঙ্গিনী হ'ব পাৰে বুলি নিয়ম বান্ধি দিলে। অৱশ্যে এইটো ঠিক যে শ্বেতকেতুৱে এই নিয়ম প্ৰৱৰ্ত্তন কৰাৰ পিছতো, পুৰুষ নাৰীৰ মিলনৰ ক্ষেত্ৰত পূৰ্ব্বৰ অভ্যাসৰ ধাৰাটি একেবাৰে নিৰ্মূল হৈ নগ'ল।

হিন্দু সমাজত বিয়া প্ৰধানকৈ আঠ প্ৰকাৰৰ। সেই কেইবিধ হ'ল – ব্ৰাহ্ম, দৈৱ, আৰ্য্য, প্ৰজাপত্য, গান্ধৰ্ব, আসুৰ, ৰাক্ষস আৰু পিশাচ। ব্ৰাহ্ম বিবাহত কন্যাৰ পিতৃয়ে উপযুক্ত পাত্ৰক নিমন্ত্ৰণ কৰি আনি বিষ্ণু স্বৰূপ বৰক বিধি ব্যৱস্থাৰে বৰণ কৰি এই বিবাহ সম্পন্ন কৰে। লক্ষ্মী স্বৰূপিনী কন্যাক পুৰোহিতৰ হাতত অৰ্পণ কৰা বিবাহ বিধিৰ নাম হ'ল দৈৱ বিবাহ। আৰ্য্য বিবাহত কন্যাৰ পিতৃ-মাতৃয়ে বৰৰ পৰা ষাড় বা গাই গৰু আদায় কৰি এই বিবাহ সম্পন্ন কৰে। কন্যাৰ অভিভাৱকে দৰা

আৰু কইনাক "একান্ত হৈ ধৰ্ম আচৰণ কৰা" বুলি উপদেশ দি, দৰাক অৰ্চনা কৰি কন্যাদান কৰা বিবাহৰ নাম হ'ল প্ৰজাপত্য বিবাহ। গান্ধৰ্ব বিবাহ গোপন বিবাহ। বৰ্তমানৰ "কৰ্ট মেৰেইজ" যেন এই বিয়াৰেই অনুৰূপ চিত্ৰ। অসুৰ বিবাহত কন্যা পক্ষই দৰা পক্ষৰ পৰা ধন-সোণ লৈ কন্যাদান কৰে। যুদ্ধ-বিগ্ৰহৰ মাজেৰে কন্যা পক্ষক পৰাজয় কৰি, গাৰ জোৰেৰে কন্যাৰত্ন লৈ গৈ পতা বিয়াৰ নাম ৰাক্ষস বিবাহ। সুপ্তাৱস্থাত থকা অসহায়া নাৰীক বলপূৰ্বক অপহৰণ কৰি স্ত্ৰী হিচাপে গ্ৰহণ কৰিলে তাক পৈশাচ বিবাহ বুলি কোৱা হয়।

ভাৰতীয় সমাজৰ আদিম অৱস্থাত গান্ধৰ্ব, আসুৰ, ৰাক্ষস আৰু পৈশাচ বিয়াৰ প্ৰচলন আছিল। বৈদিক প্ৰভাৱেৰে পুষ্ট অসমৰ হিন্দু সমাজত ব্ৰাহ্ম আৰু প্ৰজাপত্য বিবাহৰ প্ৰচলন অধিক। উক্ত আঠ প্ৰকাৰৰ বিয়াৰ উপৰিও অসমৰ আহোম সম্প্ৰদায়ে "চৰ্কলং বিয়া" অনুষ্ঠিত কৰে। এক শৰণীয়া নাম ধৰ্মৰে উদ্বুদ্ধ এচাম অসমীয়াই বৰ্তমান ভাগৱতী প্ৰথাৰে বিয়া অনুষ্ঠিত কৰে। এই বিয়াত স্থানীয় লোকাচাৰখিনি পালন কৰিলেও হোম-যজ্ঞ কৰি বিভিন্ন দেৱ-দেৱীৰ নামত হোমত আহুতি নিদিয়ে। ভগৱানৰ নাম-কীৰ্ত্তন কৰি, সকলো কাৰ্য্য ভগবানৰ চৰণতে অৰ্পণ কৰি দৰা আৰু কন্যাই পৰস্পৰে পৰস্পৰক মালা পিন্ধাই এই বিয়া অনুষ্ঠিত কৰে।

বিবাহৰ দেৱতা হ'ল প্ৰজাপতি। সেয়েহে বিবাহৰ ক্ষেত্ৰত প্ৰজাপতিৰ আগস্থান। সাধাৰণতে বৈদিক মন্ত্ৰ আৰু লৌকিক আচাৰ-নীতিৰে অসমীয়া সমাজত বিবাহ অনুষ্ঠিত হয়। অসমৰ সৰ্বসাধাৰণ মানুহে হিন্দু সমাজৰ আঠ প্ৰকাৰ বিয়াৰ সকলো তাৎপৰ্য্যৰে মূল বিচাৰি হাবাথুৰি নোখোৱাকৈয়ে, বিবাহক সাধাৰণ দৃষ্টিৰে কেইটামান ভাগত ভাগ কৰি লয়।

অসমত সৌ সিদিনালৈকে বাল্য বিবাহৰ প্ৰচলন আছিল। ছোৱালী পুষ্পিতা নৌহওঁতেই পতা বিয়াৰ নাম হ'ল "ধৰম বিয়া" (কামৰূপত আগবিয়া বা শান্তি বিয়া)। ধৰম বিয়াৰ পিছত ছোৱালীজনী পতিগৃহলৈ যাত্ৰা কৰি স্বামীৰ খেলাৰ লগৰী হয়। কিছুমানে আকৌ পুষ্পিতা নোহোৱালৈকে পিতৃ-গৃহতে থাকে। বিবাহৰ আওঁ-ভাও নজনা শিশু কন্যা পুষ্পিতা হ'লেই (শান্তি বিয়া হ'লে) "বৰ বিয়া"ৰ (কামৰূপত পাছ বিয়া) আয়োজন চলে। বিশেষ জাক-জমকতাৰে, উলহ-মালহেৰে বৰ বিয়া হৈ গ'লে বোৱাৰীজনীয়ে সম্পূৰ্ণ ৰূপত গৃহিণী হৈ পুনৰায় পতিগৃহলৈ যাত্ৰা কৰে।

অসমৰ কোনো কোনো অঞ্চলত আৰু এক প্ৰকাৰ বিয়াৰ প্ৰচলন আছে,

সেয়া হ'ল – "বুঢ়া বিয়া"। কেতিয়াবা কোনোবাই পৈশাচ বিয়া পদ্ধতিত স্বামী স্ত্ৰী হিচাপে দিন কটোৱাৰ পিছত, সমাজত দায় ভাঙিবলৈ "বুঢ়া বিয়া" পাতিব লগা হয়। এই বিয়াত বিয়াৰ কিছুমান নীতি নিয়ম পালন কৰা হয় যদিও, তথাকথিত 'বুঢ়া-বুঢ়ীৰ' সন্তানে মাক-বাপেকৰ বিয়া নাচায়। মাক-বাপেকৰ বিয়া চালে সন্তানৰ অমংগল হয় বুলি সমাজত এটা জনবিশ্বাস আছে।

অসমৰ উজনি অঞ্চলত আৰু এক প্ৰকাৰ বিয়াৰ প্ৰচলন আছে সেয়া হ'ল - "হাড় শুচি বিয়া"। কিছুমানে যৌৱনৰ দুবাৰদলিত উপস্থিত হৈ – "তোৰে মন গ'লে মোৰে মন গ'লে কি কৰিব কলিতা কুলে" বুলি কৈ সামাজিক বিধি-ব্যৱস্থাক আওকাণ কৰি স্বামী-স্ত্ৰী হিচাপে থাকিবলৈ লয়। কিন্তু তেনেকুৱা দম্পতিৰ সতি-সন্ততিৰ বিবাহৰ আগমুহূৰ্তত সামাজিক বাধা-নিষেধ আহি বিঘি পথালি দিয়ে। কাৰণ সামাজিকভাৱে বিয়া নোহোৱা দম্পতিয়ে অনুষ্ঠিত কৰা কোনো মাংগলিক কাৰ্য্য ফলৱতী নহয় বুলি এটি জন-বিশ্বাস আছে। লগতে তেনেকুৱা কাৰ্য্যত অংশ গ্ৰহণ কৰিবলৈকো কিছুমানে দ্বিধা বোধ কৰে। তেতিয়া টানত পৰি ৰাম নাম লোৱাৰ নিচিনা সন্তানৰ কুশলৰ অৰ্থেই "হাড় শুচি" বিয়া অনুষ্ঠিত কৰিব লগা হয়। হাড় শুচি বিয়া অনুষ্ঠিত কৰাৰ অন্য এটি কাৰণো আছে। সেয়া হ'ল অসমীয়া সমাজত অবিবাহিত লোকক অপবিত্ৰ বুলি গণ্য কৰি, কিছুমানে তেওঁলেকৰ মৃত শৰীৰো স্পৰ্শ নকৰে। মৃতকৰ শ্ৰাদ্ধ বিধিৰ ক্ষেত্ৰতো কিছুমান অসুবিধা আহি পৰে। তেতিয়া হাড় কেঁইডাল শুচি কৰাৰ অৰ্থে হাড়শুচি বিবাহ অনুষ্ঠিত কৰিব লগা হয়। সামাজিক বিধি ব্যৱস্থাৰে বিয়া নোহোৱা দম্পতিৰ যদি কিবা কাৰণে এৰা এৰিও হয় তেতিয়া পৰস্পৰে পৰস্পৰৰ খেৰৰ জুমুঠি এটিকে পতি বা পত্নী বুলি বিবেচনা কৰি বুঢ়া কালত বিয়া অনুষ্ঠিত কৰি হাড় কেঁইডাল শুচি কৰে।

মনু আদি শাস্ত্ৰকাৰসকলে "বিধবা বিয়াৰ" সপক্ষে স্পষ্ট মত দিয়া নাই যদিও, পৰাশৰ, যাজ্ঞবল্ক আদি স্মৃতিকাৰসকলে কিছুমান বিশেষ কাৰণত তিৰোতাই দ্বিতীয় পতি গ্ৰহণ কৰিব পাৰে বুলি মত আগবঢ়াইছে –

"গতে মৃতে প্ৰব্ৰজিতে ক্লীৱে চপতিতে লতৌ পঞ্চ-স্বাস্যসু নাৰীনং পতিৰন্যো বিধায়তে।"

অৰ্থাৎ স্বামী নিৰুদ্দেশ হ'লে, মৰি গ'লে, সংসাৰ ধৰ্ম পৰিত্যাগ কৰিলে, ক্লীৱ বুলি প্ৰমাণিত হ'লে আৰু পতিত হ'লে (দুঃচৰিত্ৰ) এই পাচবিধ বিপদত নাৰীয়ে

অন্য পতি গ্ৰহণ কৰিব পাৰে। ভাৰতবৰ্ষত বিধবা বিবাহ আইন প্ৰচলনৰ ক্ষেত্ৰত উক্ত শ্লোকটোকে অমোঘ অস্ত্ৰৰূপে ব্যৱহাৰ কৰিছিল। অসমীয়া সমাজত আজি কিছুদিন আগলৈকে উচ্চ হিন্দুৰ বাহিৰে বাকীবোৰ জাতি-গোষ্ঠীৰ মাজত বিধবা-বিবাহৰ প্ৰচলন আছিল। এইখিনিতে উল্লেখযোগ্য যে — বিধবাৰ বিয়াত মাংগলিক কাৰ্য্যবোৰ নাম মাত্ৰহে অনুষ্ঠিত কৰে।

অৱশ্যে "অক্ষত যোনী" অৰ্থাৎ স্বামীৰ গৃহলৈ যোৱাৰ আগতে বিধবা হোৱা যুৱতীৰ ক্ষেত্ৰত কোনো কোনোৱে ইয়াৰ ব্যতিক্ৰম কৰাও দেখা যায়।

অসমৰ গোৱালপাৰা আৰু কামৰূপ জিলাৰ কিছুমান অঞ্চলত আৰু এক প্ৰকাৰ বিয়াৰ প্ৰচলন আছে, সেয়া হ'ল — "ঢেমনী অনা" বা "পাউচা যাআ"। এই বিয়াত বিধবাগৰাকীক নতুন স্বামীৰ গৃহলৈ আনি কেৱল মাত্ৰ "আগ চাউল" দিয়ে। কিছুমানে অৱশ্যে অলপ ৰং-ধেমালি কৰি ৰাইজক সাধ্য অনুসৰি অভ্যাৰ্থনাও কৰে। উজনিত এনেকুৱা বিধবাক অকল মাত্ৰ "জোৰণ পিন্ধাই" অলপ গহণা গাঁঠৰি আৰু নতুন কাপোৰ কানি দি কইনাজনীক স্বামী গৃহলৈ লৈ আহে। অঞ্চল বিশেষে এনেকৈ ঢেমনী অহা পদ্ধতিৰে পুনৰাই সংসাৰ আৰম্ভ কৰা তিৰোতাই ৰঙীণ কানি-কাপোৰ, খাৰু-মণি আদি পিন্ধিলেও সিন্দুৰৰ ফোটটি নলয়।

সচৰাচৰ চলি অহা এইবোৰ বিয়াৰ আৰ্হিতে আৰু কিছুমান বিয়া অনুষ্ঠিত হয়। ছোৱালী পুষ্পিতা হ'লে উজনি অসমত 'নোৱাই তোলনি বিয়া' অনুষ্ঠিত কৰে। নিঃসন্তান দম্পতিয়ে সন্তান কামনাৰে আঁহত আৰু বট গছৰ বিয়া পাতে। কেতিয়াবা কোনো কোনো দম্পতিয়ে বৃদ্ধ অৱস্থাত দান আৰু পুণ্যৰে গৰাকী হ'বলৈ বাঞ্চা কৰি আঁহত আৰু বট গছৰ বিয়া পাতি দিয়ে। আজিৰ পৰা প্ৰায় ৭৫ বছৰমান আগতে বৰপেটাৰ গণককুছিৰ গাতে লাগি থকা ন-সত্ৰত বট আৰু আঁহত গছৰ বিয়াত নাৱত কোমল চাউল তিয়াই ৰাইজক খুওৱা সেই মধুৰ স্মৃতিয়ে আজিও সেই অঞ্চলত মানুহক আনন্দ দিয়ে। অসমৰ ঠায়ে ঠায়ে এনেকুৱা গছ দম্পতিয়ে আজিও সগৌৰৱে মূৰ তুলি আছে।

ভাৰতবৰ্ষত অতীত কালতো যে গছ বিয়াৰ প্ৰচলন আছিল তাৰ ইংগিত কালিদাসৰ শকুন্তলা নাটকত থকা আম আৰু বনজ্যোৎস্নাৰ মিলন শ্লোকটিলৈ আঙুলিয়াব পাৰি।

আন এক প্ৰকাৰৰ বিবাহ হ'ল 'কুম্ভ বিবাহ'। কোনো কোনো পুষ্পিতা

ছোৱালীয়ে ভাবী স্বামীৰ অমংগল হ'ব পৰা যোগ পায়। তেতিয়া উক্ত বিপদ খণ্ডন কৰিবৰ বাবে কুম্ভ অৰ্থাৎ পানী ভৰ্ত্তি কলহৰ মুখত আম পাত দি সেই কলহটোকে দৰাৰ প্ৰতীকৰূপে কল্পনা কৰি ছোৱালীজনীৰ বিয়া পাতে।

নামনি অসমত তিৰোতাসকলৰ মাজত পুতলা বিয়াৰ প্ৰচলন আছে। নিঃসন্তান নাৰীয়ে সন্তান কামনাৰে পুতলাৰ বিয়া পাতে।

অতি পুৰণি কালৰ পৰাই অসমীয়া মানুহে বৰষুণ কামনাৰে ভেঁকুলিৰ বিয়া পাতে।

অকণিহঁতে পতা পুতলাৰ বিয়াখনো কম আকৰ্ষণীয় নহয়। এনেদৰে বিচিত্ৰ ৰূপৰ মাজেৰেই বিভিন্ন প্ৰথাৰে অসমত বিবাহ প্ৰথা চলি আহিছে।●

# “অসম, বঙ্গদেশৰ বিবাহ আৰু লোকাচাৰ”

মানৱ সমাজত প্ৰচলিত বিভিন্ন সংস্কাৰৰ ভিতৰত বিবাহেই হৈছে শ্ৰেষ্ঠ সংস্কাৰ। পৃথিৱীৰ বিভিন্ন দেশৰ বিভিন্ন জাতি-উপজাতিৰ বিবাহ প্ৰথাৰ বিচিত্ৰ চিত্ৰৰ মাজত প্ৰধানভাৱে জিলিকি থকা চিত্ৰখনিৰ ভাবাৰ্থ হ'ল – ''Marriage is the mother of world and preserves Kingdoms and fill cities and churches and heaven itself.'' (জে. টেইলৰ) অৰ্থাৎ বিবাহ পৃথিৱীৰ মাতৃ, ইয়েই সাম্ৰাজ্য ৰক্ষা কৰে, নগৰ আৰু গীৰ্জা পূৰ্ণ কৰে আৰু সেইবাবেই বিবাহ স্বয়ংসম্পূৰ্ণ স্বৰ্গ। জৰ্জ বাৰ্নাড শ্বই বিবাহক ''Legal Prostitution'' বুলি ক'লেও তেওঁ বিবাহৰ গূঢ়াৰ্থ উপলব্ধি কৰি কৈছে যে ''The essential function of the marriage is the constitution of the race'' অৰ্থাৎ জাতি ৰক্ষা কৰাই বিবাহৰ আৱশ্যকীয় ধৰ্ম। আৰবৰ এগৰাকী বিখ্যাত কবিৰ কবিতাতো এই ভাবৰ প্ৰতিধ্বনি শুনা যায় – “বিয়াত স্বামী-স্ত্ৰীৰ মৰমতকৈ জাতিৰ প্ৰতি প্ৰীতিৰ ভাব প্ৰবল”। সংস্কৃত 'বি' মানে বিশেষ ৰূপে 'ৱহ' মানে গ্ৰহণ কৰাৰ পৰা উদ্ভৱ হোৱা “বিবাহ” শব্দই দয়িতাৰ আত্মসমৰ্পণ আৰু গ্ৰহিতাৰ গ্ৰহণৰ মণিকাঞ্চন সংযোগতেই বিবাহৰ আচল তাৎপৰ্য্য লুকাই আছে। সাধাৰণতে ভাৰতবৰ্ষৰ হিন্দু পৰিয়ালত পুৰুষ নাৰীয়ে বৈদিক আৰু লোকাচাৰৰ সেন্দুৰী আলিয়েদি আগুৱাই আহিহে যুৱীয়া জীৱনৰ পাতনি মেলে।

সমগ্ৰ বিশ্বৰ নৰ-নাৰীৰ মিলন প্ৰক্ৰিয়াত বিভিন্ন আচাৰ অনুষ্ঠানৰ চমকপ্ৰদ নিদৰ্শন আছে। ভাৰতবৰ্ষতো, বিশেষকৈ হিন্দু সমাজৰ বিভিন্ন জাতি-গোষ্ঠীৰ বিবাহ অনুষ্ঠানৰ বৈদিক নীতি নিয়মখিনি প্ৰায় একে, কিন্তু স্থান, কাল আৰু পাত্ৰভেদে পালন কৰি অহা লোকাচাৰ সমূহৰ নিজস্ব তাৎপৰ্য্য আছে। ইংৰাজী ভাষাত এষাৰ কথা আছে যে ''Ancient custom has the force of law'' পুৰণি ৰীতি-নীতিত আইনৰ শক্তি আছে। ভৌগোলিক অৱস্থান, পাৰিপাৰ্শ্বিকতা, ৰাজনৈতিক, অৰ্থনৈতিক

আদি বিভিন্ন কাৰণে লোকাচাৰসমূহ নিয়ন্ত্ৰণ কৰি থাকে। বঙালীত এষাৰ কথা আছে যে, 'যস্মিন দেশে যদাচাৰ, গামলা চড়ে নদী পাৰ" অসমীয়া ফকৰা যোজনাইও কয় " যি দেশৰ যি নীতি, অনাচাৰে অধোগতি"। এই নীতি সম্পৰ্কে দাৰ্শনিক হেগেলৰ ধাৰণা অতি উচ্চ। তেখেতৰ কথাৰ ভাবাৰ্থ হ'ল – "জননীতি কেৱল মানৱ মনৰেই প্ৰকাশ নহয়, ই হ'ল ব্ৰহ্মাৰো প্ৰকাশ।" এই জননীতি বা লোকাচাৰেই সমাজৰ বাঘজৰী ধৰি ৰাখে। আনকি বহুক্ষেত্ৰত যুক্তিপূৰ্ণ হ'লেও লোকাচাৰৰ (Social convention) পৰিপন্থী ব্যৱস্থাক সমাজে অনুমোদন নকৰে। এই ক্ষেত্ৰত সমাজ বিজ্ঞানীৰ ধাৰণা "লোকাচাৰ, লোক বিশ্বাসেই প্ৰত্যেক সমাজ তথা এটি জাতিৰ লোক সংস্কৃতিৰ আধাৰশিলা নিৰ্মাণ কৰে। এই লোক-সংস্কৃতি প্ৰত্যেক জাতিৰে জীৱন যাপন আদৰ্শৰ সোঁৱৰণী পত্ৰ স্বৰূপ।"

ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশৰ বিবাহ অনুষ্ঠানৰ লগত অসমীয়া বিবাহ পদ্ধতিৰ কিছু কিছু মিল থাকিলেও চুবুৰীয়া ৰাজ্য বঙ্গদেশৰ লগত ই যেন একেটি সুৰতে বন্ধা। বিশেষকৈ নামনি অসমৰ লোকাচাৰ আৰু স্ত্ৰী আচাৰৰ লগত বঙ্গৰ লোকাচাৰৰ তেজ-মঙহৰ সম্পৰ্ক।

অসমত দৰা-কইনাৰ "ৰাহি-জোৰা" চোৱাৰ পিছত এটি শুভদিনত দৰাঘৰে কইনা ঘৰলৈ তামোল, পাণ, মাছ, গাখীৰ, কল, মিঠাই আদিৰে "খাটাৰ ভাৰ" বা "ফোঁট প্ৰদান" কৰি বিয়াৰ তাৰিখ খাটাং কৰে। কিছুমানে কইনাক আঙঠি পিন্ধায়। বঙালী সমাজতো "মংগলাচৰণেৰে" বিয়া বন্দোবস্ত কৰা হয়। পুৰোহিতে দুখন কাগজত দৰা আৰু কইনা পক্ষৰ পিতৃ-মাতৃ তথা দৰা-কইনাৰ নাম লিপিবদ্ধ কৰি বিয়াৰ তাৰিখ আদি লিখি, কাগজ দুখিলা দৰা-কইনা উভয় পক্ষৰ মাজত সলনা সলনি কৰে। এই অনুষ্ঠানৰ নাম হ'ল "পত্ৰকৰণ"। পত্ৰকৰণ হোৱাৰ পিছত বিয়া ভাঙিব নোৱাৰে। অসমীয়া সমাজতো দৰা পক্ষৰ পৰা বাকদান প্ৰথা আছে। বাক দানৰ পিছত বাকদত্তা কইনাক অইনে বিয়া কৰাব নোৱাৰে।

বিয়া বুলিলে অসমীয়া সমাজত "এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া"ৰ নিচিনা উখল মাখল পৰিৱেশ। বঙালী সমাজতো "পাড়া-পড়োসীৰ চক্ষে ঘুম নেই" অৱস্থা হয়। সাধাৰণতে হিন্দু সমাজৰ সৰ্বত্ৰতে দহ দিনৰ আগৰ পৰাহে বিয়াৰ শুভ কাম কৰা প্ৰথা প্ৰচলিত। নামনি অসমত বিয়াৰ তাৰিখ খাটাং হোৱাৰ পিছতহে দৰাৰ বাবে "তেল গামোচা" আৰু কইনাৰ বাবে "তেল পাট্নী" বোৱাৰ

নিয়ম আছে। বঙালী সমাজতো "আগে এই দিন থেকে প্রতি সন্ধ্যায় মেয়েদেৰ মংগলগীত গাইবাৰ নিয়ম ছিল। বিয়েৰ জন্যে এই সময়কুলো, পিড়ি, হাড়ি, কলসী, ঘট, সৰা প্রভৃতি যে সব বিয়েৰ কাজে লাগে তা চিত্রিত কৰে ৰাখতে হয়"। প্রায়বোৰ বঙালী পৰিয়ালেই বিয়াৰ আগে আগে ইষ্ট দেৱতাক পূজা কৰে। এই ক্ষেত্রত বিশেষকৈ "বুঢ়ী পূজা" অৰ্থাৎ দুৰ্গা পূজাৰ আগস্থান। বঙালী সমাজত বিয়াৰ আগে আগে কোনো পৰিয়ালত হালধি খুন্দে আৰু কোনো পৰিয়ালত "পাণখিলি" নামৰ অনুষ্ঠান এটি অনুষ্ঠিত হয়। প্রথমে পুৰোহিতে আলপিনৰ দৰে সৰু সোণ আৰু ৰূপৰ খিলা মাৰি ৫ খন পাণখিলি তৈয়াৰ কৰে। সেইকেইখন ইষ্ট দেৱতাক নিমন্ত্রণ কৰাৰ বাবে আগ কৰি ৰাখে। পিছত "এয়োস্ত্রীয়ে" অৰ্থাৎ আয়তীসকলে বাকী বাঁহৰ শলা মাৰি তৈয়াৰ কৰা পাণখিলিবোৰ সধবা তিৰোতাৰ মাজত ভগাই দিয়ে। সিদিনা সৰু সৰু ল'ৰা-ছোৱালীক খাবলৈ দিয়ে মিঠা মিঠা বাতাচা, সন্দেশ। বঙ্গদেশৰ অঞ্চল বিশেষে বিয়াৰ আগে আগে কইনাৰ গাত দৰা ঘৰৰ পৰা হালধি আনি ঘঁহা "গাত্রহৰিদ্রা" নামৰ এটি তাৎপৰ্য্যপূৰ্ণ অনুষ্ঠান পালন কৰে।

নামনি অসমত বিয়াৰ কেইদিনমান আগতে, আয়তীসকলে গীত, পদ গাই সুৱাগৰ ধান বান্ধি, জোৰোণৰ টেকেলিত, নান্দীমুখ শ্রাদ্ধৰ খালিত, দুণিত আৰু সুৱাগ তোলোতে ব্যৱহাৰ কৰা মাংগলিক চাউলখিনি উলিয়াই লয়। বঙালী সমাজতো অনুৰূপ অনুষ্ঠান হ'ল "বৃদ্ধিৰ বাড়া"। ঢেঁকীৰ আগত চাকি জ্বলাই, ঢেঁকীক তেল-সিন্দুৰ পিন্ধোৱা, তামোল-পাণেৰে মান কৰা দুয়োখন সমাজতে প্রায় একে। এফালে নাৰদৰ বাহন আৰু আনফালে কৃষিজীৱী সমাজ ব্যৱস্থাৰ অপৰিহাৰ্য্য সম্বল ঢেঁকীৰ প্রতি এয়া প্রীতিৰ চানেকি।

অসমীয়া সমাজত বিয়াৰ দুদিন আগতে দৰাঘৰীয়াই তামোল-পাণ, চাউল, তেল, মাহ, মাছ, মিঠাই, কইনাৰ বাবে নতুন কাপোৰ আৰু গহণা-গাঁঠৰি লৈ গৈ "জোৰোণ" বা "তেলৰ ভাৰ" দিয়ে। বঙালী সমাজতো শাৰী, গহণা, মিঠাই, গাখীৰ আদিৰে "সোণা কাপড়" বা "পণ ভাৰ দিয়া" প্রথাত দৰাঘৰীয়াই কইনাৰ মূৰত চাউল দুৱৰি দি আশীৰ্বাদ কৰে। আগতে নানাবিধ দ্রব্যৰে "একুশ হাঁড়ি" দিয়া নিয়ম আছিল। মজাৰ কথা যে এই একৈশ হাড়িৰ বেছি ভাগতেই আছিল বঙালীৰ প্রিয় ৰং বিৰঙৰ মিঠাই। বঙালী সমাজত এষাৰ কথা আছে নহয় - "যাৰ ইষ্টি তাৰ মিষ্টি"! অসমৰ আহোমসকলৰ ৰজাঘৰীয়া "জোৰণতো" ২১ খন শৰাইত জোৰণৰ সম্ভাৰ

নিয়াৰ কথা উল্লেখ আছে। বিয়াৰ আগদিনা দৰা আৰু কইনা ঘৰৰ পিতৃয়ে অধিবাস কৰা নিয়ম দুয়োখন সমাজত প্ৰায় একে। আগতে অসমীয়া সমাজ বিয়াৰ আগদিনা দৰা ঘৰে দিয়া চাউল-পাত, মাছ, গাখীৰেৰে কইনা ঘৰত "ধনভোজ" অৰ্থাৎ ভোজৰ আয়োজন কৰা হৈছিল। বঙালী সমাজতো দৰা ঘৰে কইনা ঘৰলৈ "অধিবাসৰ তত্ব" পঠায়। অসমৰ কোনো কোনো অঞ্চলত বিয়াৰ আগদিনাখন পানী তোলাৰ নিচিনা বঙ্গদেশত গধূলি পৰত আয়তীসকলে নৈলৈ গৈ "গংগা নিমন্ত্ৰণ" কৰে।

বঙালী সমাজতো বিয়াৰ দিনা পুৱতি নিশাতেই দৰা-কইনাক পইতা ভাত, পোৰা মাছ আৰু দৈ গাখীৰ খাবলৈ দি "দধিমংগল" অনুষ্ঠান পাতে। উজনি অসমতো চৰাই-চিৰিকতিয়ে গীত গোৱাৰ সময়তে দৰা বা কইনাৰ মাক, খুড়ীয়েক, পেহীয়েকসকলে দৈ গাখীৰত পাণ জুবুৰিয়াই সেই পাণেৰে দৰা-কইনাৰ মুখত দৈ সানি "দৈয়ন" দিয়ে। দৈ শীতল, পবিত্ৰ আৰু মংগলময় বাবেই ভাৰতবৰ্ষৰ প্ৰায়বোৰ প্ৰদেশতে যাত্ৰাকালত দৈ খোৱা আৰু দৈৰ ফোঁট লোৱা দস্তুৰ এটা আছে।

বিয়াৰ দিনাখন কাউৰী মাটিত নৌপৰোতেই গীতে-জোকাৰে পানী তুলি অনা নিয়ম দুয়োখন সমাজতে প্ৰায় একে। আগতে বৰপেটা অঞ্চলত ৰাতি থাকোতেই পানী তুলিবলৈ সাজু হোৱা আয়তীসকলে গাইছিল —

"উঠাৰে জেশাহু, উঠাৰে পেহীশাহু হায় মোৰ কৃষ্ণ এ
উঠা কঁকাল দাঙি বৌহে ৰাম দৈৱকী নন্দন কৃষ্ণ এ

বঙালী সমাজতো গায় —

উঠ্ উঠ্ বৰ বৌ পানী তোল আসি
আই মাই মুই কাচা পোৱাতী
কেমনে উঠিম দোভাগ ৰাতি।"

পানী তুলি আহোতে অসমীয়া আয়তীয়ে গায় —

আগত চাতি পাছত চাতি এ
পানী তোলে ৰাতি,
গাছৰ ছায়া দেখি উৰে
ডাঙৰীয়াৰ বেটী।

কোচবিহাৰ অঞ্চলতো গায় —

পানী তুলিতে হেয়ালি বয়

গাছৰ ছায়া দেখি ডৰায়।

বঙ্গদেশত পানী তোলাৰ আগে আগে তামোল-পাণ, কড়ি আদি দি জলদেৱতাক স্তুতিভক্তি কৰি কটাৰীৰে পানীৰ ওপৰত যোগ চিন এটা দিহে "চোৰজল" তোলা হয়। মন কৰিবলগীয়া কথা যে এই চোৰজলেৰে কিন্তু দৰা বা কইনাক গা ধুওৱা নহয়, দৰা-কইনাক গা ধুওৱা পানীখিনি পিছতহে তুলি আনে। যাক বোলা হয় 'সাত ঘাটেৰ জল'। অসমীয়া সমাজতো দৰা বা কইনাৰ মাকে জলদেৱতাক পাণ-তামোল, পইচা দি সেৱা-শুশ্ৰূষা কৰি প্ৰথমে দক্ষিণৰ পৰা উত্তৰলৈ, পিছত পানীৰ ওপৰত পূবৰ পৰা পশ্চিমলৈ যোগ চিন এটা দিহে পানী কাটি তোলে। গুজৰাট, মহাৰাষ্ট্ৰ, বিহাৰ আদিতো পানী কটা নিয়ম আছে। পানী কাটোতে যি যোগ চিন দিয়া হয়, সমাজ বিজ্ঞানীৰ দৃষ্টিত তাৰ গূঢ়াৰ্থ হ'ল যোগ চিনটোৱে ব্ৰাহ্মী বৰ্ণমালাৰ "ক" আখৰটোক বুজায়। "ক" আখৰটো শিৱলিংগৰ প্ৰতীক। গতিকে ইয়াৰ দ্বাৰা ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আদি সকলো দেৱতাৰ পৰা আশীৰ্বাদ প্ৰাৰ্থনা কৰি পানী তোলা যেন অনুমান হয়। তাতে আকৌ কৃষিজীৱী সমাজ ব্যৱস্থাত কৃষি দেৱতা শিৱক সকলো ক্ষেত্ৰতে আগস্থান দিয়াতো স্বাভাৱিক। উল্লেখযোগ্য যে বঙ্গদেশৰ কোনো অঞ্চলত পিতৃয়েও চোৰ পানী তোলাত অংশ লয়। অসমত পানী তোলা অনুষ্ঠানটো সম্পূৰ্ণ নাৰী প্ৰধান। গতিকে নৈৰ পাৰৰ নিৰ্জনতাত, প্ৰাকৃতিক পৰিৱেশৰ আমেজ লাগি উৎফুল্লিত হৈ পৰা আয়তীসকলৰ মুখৰো আঁৰবেৰ নোহোৱা হয়। চেগ চাই কেতিয়াবা অশ্লীল গীত-পদো গায় —

ঐ পৰে ধাপাৎ ধুপুৎ ও প্ৰাণ সন্যাসী ও<br>
কেইটা লাগে লো প্ৰাণ সন্যাসী ও।<br>
বৰৰ মাএকো ৰ কেইটা ভাতাৰ ও প্ৰাণ সন্যাসী ও<br>
আমাৰ আগত কো প্ৰাণ সন্যাসী ও

বিবাহ সৃষ্টিৰ মূৰ্ত্তি। গতিকে বিয়াৰ প্ৰায়বোৰ লোকাচাৰৰ অন্তৰালত যৌনতা আৰু উৰ্বৰতাৰ ইঙ্গিত লুকাই থাকে। "কালিকা পুৰাণ"ত উল্লেখ থকা শৱৰোৎসৱত অশ্লীল শব্দ উচ্চাৰণ কৰা, মালয় অঞ্চলৰ পানটুন গীতে, চতিশগড়ৰ গৌড় জাতিৰ দদৰিয়া, কৰ্মা, সুৱা আদিৰ লগতে নামনি অসমৰ বহাগ বিহুত সাত শাক তোলা গীত আৰু বিহুগীত কিছুমানতো অশ্লীল শব্দৰ প্ৰয়োগ মন কৰিবলগীয়া। যৌনগন্ধী নৃত্য-গীতে পৃথিৱীৰ উৎপাদিকা শক্তি বৃদ্ধি কৰাৰ ধাৰণা, বিয়াৰ ক্ষেত্ৰতো প্ৰযোজ্য

বুলি অনুমান কৰিব পাৰি।

বঙালী সমাজত, বিয়াৰ দিনা আগ পৰতে কইনাই নিজে গৈ বা কোনো অঞ্চলত কইনাৰ মাক বা খুড়ীয়েকে ওচৰ-চুবুৰীয়া নিখুঁত সধবা তিৰোতাৰ পৰা জীয়েকৰ মংগলৰ বাবে আশীৰ্বাদ বিচাৰে। এই অনুষ্ঠানটিৰ নাম 'সোহাগ সাওয়া"। দৰাৰ মাকে অৱশ্যে পুতেকৰ মংগলৰ বাবে চাকি জ্বলাবলৈ তেলহে বিচাৰি আনে। নামনি অসমত দৰা-কইনাৰ গা ধোৱাৰ পিছত "সুৱাগ তোলা" আৰু সুৱাগ জাৰা" দুটি লোকাচাৰ আছে। সুৱাগ জাৰাৰ সময়ত কইনা বা দৰাৰ মূৰৰ ওপৰত নতুন অনাকটা কাপোৰ এখন ধৰি, সেই কাপোৰৰ দীঘ, পুতল অনুপাতে সূতা মেৰ দি, পিছত সূতাখিনি একেলগ কৰি দৰা বা কইনাৰ হাতত কবচৰ দৰে বান্ধি দিয়ে। বঙালী সমাজতো দুপৰীয়া কইনাক গা ধুওৱাৰ সময়ত আয়তীসকলে ৰঙা গামোচা এখন মূৰৰ ওপৰত টানি ধৰি কাপোৰখন অনুপাতে তিনি বা পাঁচ মেৰ সূতা বান্ধি হালধিৰ বোল সানি তাতে দুৱৰি পাঁচ ডাল বান্ধি, কইনাৰ হাতত "মংগলগিঁঠ" দিয়ে। বিয়াৰ আঠ দিন বা দহ দিনৰ পিছত কইনাই পিতৃগৃহলৈ আহিলেহে পঞ্চ আয়তীয়ে "মংগলগিঁঠ" খুলি দিয়ে। পাৰ্চিয়ানসকলৰ দৰাইও বিয়াৰ সময়ত এনেকুৱা কবচ পিন্ধে। আফ্ৰিকাৰ নৰ্দিক আৰু বাচুতো দৰা-কইনাই ষাঁড় গৰুৰ ছাল আৰু বিশেষ বন এডাল হাতত মেৰিয়াই লয়। মন কৰিবলগীয়া কথা যে নামনি অসমত কইনা বা দৰাৰ মাকে সুৱাগ তুলি আহোতে মুখত এমোকোৰা পানী ভৰাই "নিমাতী কইনা" হৈ আহিব লগাত পৰে। বঙালী সমাজতো "সুহাগ সাওয়া" মাতৃ দুগৰাকীয়ে মুখত পানী আৰু বাতাসা ভৰাই মৌন হৈ থাকিব লাগে।

দুয়োখন সমাজতে বৈদিক মন্ত্ৰ প্ৰধান, নান্দীমুখ শ্ৰাদ্ধ, বৰবৰণ, শিলাৰোহণ, সপ্তপদীগমণ, হোমাগ্নিত আহুতি দান, আখৈ তোলা, টিকধৰা, ধ্ৰুৱদৰ্শন আদি অনুষ্ঠানসমূহৰ সাদৃশ্য আছে। নান্দীমুখ শ্ৰাদ্ধৰ বৈদিক বিধি ব্যৱস্থা প্ৰায় একে, মাত্ৰ লোকাচাৰৰহে অলপ তাৰতম্য আছে। দুয়োখন সমাজতে প্ৰচলিত নান্দীমুখ শ্ৰাদ্ধৰ গীতবিলাক বৰ গাম্ভীৰ্য্যপূৰ্ণ। বংগদেশৰ আয়তীয়ে গায় -

"তোৰা উলু দে লো সখী গণ।
নান্দীমুখে বইয়াছে ৰাজন।।

অসমৰ আয়তীয়ে গায় -

দেৱগণ শ্ৰাদ্ধতে বহিছে ৰজা

পুণ্যৰে কাৰণ, দেৰুগণ।

উজনি অসমৰ দৰা আহি কইনা ঘৰৰ পদুলিমুখ পালে, কইনাৰ মাকে বিচনীৰে আঁৰ দি আয়তীসকলক লগত লৈ "সুৱাগুৰি তুলি" আনিহে দৰাক আদৰে। ঘিউ চাকিৰে দৰাৰ মুখ চাই দৰাক মিঠাইও খুৱায়। নামনি অসমত কিন্তু কইনাৰ মাকে দৰা আদৰিবলৈ লাজ কৰে, সাধাৰণতে কইনাৰ দেউতাকে দৰা আদৰি আনে। দৰা আদৰাৰ সময়ত খুলশালীয়েকে ভৰি ধুওৱা প্ৰথা দুয়োখন সমাজতে একে। বঙালী সমাজতো কইনাৰ মাকে দীঘলকৈ ওৰণি টানি আয়তী পৰিবেষ্টিতা হৈ উৰুলি জোকাৰেৰে শংখধ্বনি কৰি দৰা আদৰে। ঘিউৰ চাকিৰ পোহৰত দৰাৰ মুখ চাই, গাখীৰেৰে দৰাক হাত ধুৱাই দিয়ে। বঙ্গদেশৰ অঞ্চল বিশেষে দুজনী আয়তীয়ে (যোৰ এয়োতে)এডাল মৰাপাটৰ ঠাৰিৰে দৰাক জুখি লৈ, ঠাৰিডাল টুকুৰা টুকুৰকে ভাঙি জুইত দি দৰাৰ বুকু আৰু পিঠিত সেই জুইৰ তাপ দিয়ে। আয়তীসকলে সুতাৰে দৰাৰ কাণ দুখন বান্ধি দি দৰাৰ দুয়োখন হাত পিছফালে নি হাতৰ মাজত পাঁচটা তামোল পাঁচ খিলা পাণ আৰু নগদ টকা এটি দি দুয়োখন হাতো সুতাৰে বান্ধে। বন্ধা হাতৰ ওপৰত মাকু এটা থৈ শাহুয়েকে সোধে –

হাতে দিলাম মাকু
ভ্যাঁ কৰোতো বাপু।

পিছত শাহুয়েকে আঁচল পাতে, নানা ৰং -ধেমালি কৰি আয়তীসকলে দৰাৰ হাতৰ বান্ধ খুলি দিয়ে। দৰাই হাতত থকা বস্তুখিনি শাহুয়েকৰ আঁচলত বাকি "কনক অঞ্জলি" দিয়ে। কেৱল ভাৰতবৰ্ষতে নহয়, পৃথিৱীৰ অন্যান্য দেশতো শাহুয়েক আৰু জোঁৱায়েকৰ মাজত লাজৰ ওৰণি এখনি থাকে। অষ্ট্ৰেলিয়াত এই বাধা নিষেধ বৰ ব্যাপক। এই ক্ষেত্ৰত ব্যাঙ্কসদীপ, ভ্যান্যা, লাভা, সোলেমনদ্বীপ আদিত শাহু জোঁৱাইৰ মাজত পদে পদে লক্ষণ ৰেখা। এই অঞ্চলত জোঁৱায়েকে কেতিয়াও শাহুয়েকৰ মুখ নাচায়। হঠাৎ ৰাস্তাত ভেঁটা ভেঁটি হ'লেও শাহুয়েকে দৌৰি গৈ জোপোহাৰ আঁৰত লুকায়। আনকি সাগৰৰ পাৰত যদি শাহুয়েকৰ ভৰিৰ খোজ পৰে, সাগৰৰ ঢৌৱে খোজৰ চিন উটুৱাই নিনিয়া পৰ্য্যন্ত জোঁৱায়েকে সেই ঠাইৰ পৰা দূৰতে বিদূৰ হৈ থাকে। শাহুয়েক আৰু জোঁৱায়েকৰ মাজত থকা এই অদ্ভুত লোকাচাৰবোৰৰ শুংসূত্ৰ বিচাৰি জে. লাবকে তেওঁৰ "The Origin of Civilization" নামৰ গ্ৰন্থত দেখুওৱা কেইবাটাও কাৰণৰ ভিতৰত এটা কাৰণ হ'ল প্ৰাচীন কালত "হৰণ বিবাহ"ৰ ৰীতি।

অতীতৰ যাযাবৰী মানৱে নিজৰ দলৰ বৃদ্ধি আৰু সমৃদ্ধিৰ কাৰণে অন্য এটি দলৰ ছোৱালী বলপূৰ্বক হৰণ কৰি নিছিল বাবেই আজিও শাহুয়েকৰ মনত তাৰেই প্ৰতিক্ৰিয়া হোৱা যেন অনুমান হয়। নহ'লেনো অসমীয়া সমাজত কন্যা বিদায়ৰ সময়ত মাকে 'যমে নিলেও নিয়া জোঁৱাই নিলেও নিয়া' বুলি হুমুনিয়াহ কাঢ়েনে? অসম আৰু বঙ্গদেশত দৰাক হেঙাৰ ধৰা অৰ্থাৎ বাটভেঁটি ধৰা, মুঠিয়ে মুঠিয়ে চাউল চটিয়াই দৰাক আঘাত কৰা কাৰ্য্যতো প্ৰাচীন মানসিকতা লুকাই আছে। নেপালী সমাজৰ দৰাইতো যুদ্ধৰ অভিনয় কৰিহে কইনা ঘৰৰ চোতালত প্ৰৱেশ কৰে।

অসমীয়া সমাজত বিয়াৰ ৰাতিয়েই সমাপ্ত হোৱা বৈদিক অনুষ্ঠান কিছুমান বঙালী সমাজত "বাসি বিয়াৰ" দিনাহে সমাপ্ত কৰা হয়। বঙালী সমাজত বিয়াৰ ক্ষেত্ৰত "বাসৰ ঘৰ" প্ৰৱেশ কৰাৰ শুভ মুহূৰ্তত দুৱাৰৰ সন্মুখত এখনি নতুন কাপোৰ পাৰি দিয়া থাকে। কাপোৰৰ ওপৰত অলপ দূৰে দূৰে তলত চাৰিটা কড়ি দি চাৰিটা চাকি ওলোটাকৈ সজাই থোৱা হয়। দৰাই কইনাৰ আঙুলিত ধৰি লাহে লাহে আগবাঢ়ে। চাকি চাৰিটাৰ দুটা ভাঙে দৰাই আৰু দুটা ভাঙে কইনাই। অসমীয়া সমাজতো দৰা আৰু কইনাক বৰঘৰৰ মজিয়াত পাটিত বহুৱাই লৈ আয়তীসকলে নানা ৰং ধেমালি কৰে। কইনাৰ মাক, খুড়ীয়েকসকলে দৰা-কইনাক আগ চাউল দিয়ে। বঙালীত এষাৰ কথা আছে যে "বিয়া ঘৰে ম্যায়া ৰাজা" গতিকে এইখিনি সময়ত মহিলাসকলক আৰু কোনে পায়। বিশেষকৈ খুলশালীৰ অতপালিত দৰা অতীষ্ঠ হ'ব লগাত পৰে। দৰা-কইনাই পাশাখেলা, আঙঠি লুকুওৱা আদি খেলসমূহৰ দুয়োখন সমাজতে প্ৰায় একে বুলি কব পাৰি। এইখিনিতে বিশেষ মন কৰিবলগীয়া কথা যে, এইবোৰ খেলত কইনাজনীয়েই জয়ী হয়। বঙালী সমাজত "গোসাভাঙ্গা" অৰ্থাৎ দৰাই কইনাৰ আৰু কইনাই দৰাৰ মৌখিকভাৱে অভিমান ভাঙে। অসমৰ চাহ-জনজাতিৰ বিয়াৰ সময়তো দৰা আৰু কইনাই এনেদৰে অভিমান কৰি উভয় পক্ষৰ গৃহস্থৰ পৰা উপহাৰ গ্ৰহণ কৰে। অসমীয়া সমাজত বিয়া সমাপ্তিৰ পিছত দৰাক বৰপীৰাত বহুৱাই বেৰা কাহীত বা মাইহাঙত পায়স, পিঠা, লাড়ু আৰু নানা তৰহৰ বৰভঁজা সজাই নেওঁতা দিয়ে। নেওতাৰ সময়ত দৰাই একো বস্তু নাখায়, মাত্ৰ শুঙি এৰে। বঙ্গদেশতো বৰভোজন অনুষ্ঠানত দৰাই পাঁচ গৰাহ ভাত শুঙি পেলায়। শাহুয়েকে সেই ভাত আঁচল পাতি ধৰে, বাকীখিনি ভাত কইনাই খায়। আঁচল পাতি ধৰা বাবে শাহুয়েকে পায় নতুন শাৰী। অসমীয়া সমাজতো কইনাক লালন-পালন কৰাৰ কৃতজ্ঞতা স্বৰূপে

কইনাৰ মাকক দৰাঘৰে এযোৰ নতুন কাপোৰ দিয়াৰ নিয়ম আছে। চীনদেশতো কইনাৰ মাতৃদুগ্ধৰ মূল্য দিয়া নিয়ম আছে। বঙালী সমাজতো সংযমৰ শিকলি পিন্ধি, বাসৰ ঘৰত দৰা-কইনাই একেলগে ৰাত্ৰি যাপন কৰে। ৰাতিপুৱা বাসৰ ঘৰ ৰখা আয়তীসকলে "বাসৰ শয্যা তোলা" বাবদ দৰাৰ অভিভাৱকৰ পৰা চলে বলে কৌশলে টকা-পইচা আদায় কৰে। অসমীয়া সমাজতো ৰাতি দৰাঘৰীয়াই কইনাক হোমৰ গুৰিলৈ উলিয়াই আনিবলৈ যাওঁতে "দুৱাৰ ধৰি" টকা পইচা আদায় কৰে। অসমীয়া সমাজত "বাসি বিয়া" নাই যদিও নামনি অসমৰ বৰনগৰ অঞ্চলত দৰাঘৰত আয়তীয়ে "বাইহা নাম" ধৰি ৰুক্মিণী হৰণৰ শৃঙ্গাৰ ৰসাত্মক গীত গাই দৰা আৰু কইনাৰ মন অনুৰাগ ৰঞ্জিত কৰে। উজনি অসমত বিয়াৰ পিছদিনা "খোবা খুবুনী" অনুষ্ঠান পাতে। খোবা-খুবুনীত দৰা আৰু কইনাই এটা উৰালত এডাল উৰাল মাৰি ধৰি চাউল খুন্দা লোকাচাৰটিতো সৃষ্টি আৰু উৰ্বৰতাৰ ইঙ্গিত আছে।

পৃথিৱীৰ প্ৰায় সকলোতে কইনা বিদায়ৰ মুহূৰ্তটি বৰ কৰুণ। অসমীয়া আৰু বঙালী সমাজতো ইয়াৰ ব্যতিক্ৰম নহয়। অসমীয়া সমাজৰ মাতৃয়ে লক্ষ্মী স্বৰূপিনী কইনাৰ ভৰি ধুৱাই পানীখিনি বিছনাৰ তলত বা মূধাৰ খুটাৰ গুৰিত বাকী দিয়ে। বঙালী সমাজতো মাকে নিজৰ চুলি কোচাৰে জীয়েকৰ ভৰি মচি দি দৰা-কইনা উঠা গাড়ীৰ তলত বা পদূলিত একলহ পানী ঢালি দিয়ে। কইনাই ধান, এন্দুৰৰ গাতৰ মাটি আৰু নগদ টকা এটি দি দেউতাকৰ বা মাকৰ হাতত "কনক অঞ্জলি" দিয়াৰ পৰত পাষাণৰো বুকু গলে। কান্দোনৰ ৰোল উঠে। জাৰ্মানীসকলৰো বিশ্বাস কইনাই নাকান্দিলে হেনো সুখী নহয়। পেটৰ পোৱালীক অইনৰ হাতত তুলি দি বুকুত এবুকু বেদনা লৈ কইনাৰ মাকে কোলাত "সোহাগজলেৰ হাড়ি" লৈ জী জোঁৱাইৰ মংগল কামনা কৰি থাকে। বঙালী সমাজত নাই যদিও অসমীয়া সমাজত পিতৃ গৃহলৈ এবাৰ ঘূৰি চোৱাৰ নিয়ম। লোক বিশ্বাস, ঘূৰি নাচালে হেনো পিতৃগৃহৰ সকলো সম্পত্তি কইনাৰ পিছে পিছে যায়। সেয়েহে হবলা আমাৰ সাধুকথাৰ কইনাজনীয়ে কান্দি কান্দি গায় -

আইৰে দিনৰে দুকুৰি পেৰা
সিওঁ মোৰ লগতে যায়,
আইৰে দিনৰে দুকুৰি গাই
সিও মোৰ লগতে যাই।

পিতৃগৃহ এন্ধাৰ কৰি স্বামীগৃহ জলমল উজ্জ্বল কৰি তোলা "বধূবৰণৰ" সোণালী ক্ষণত, দৰাৰ মাক - পেহীয়েক - মামীয়েক সকলে ঘিউৰ চাকিৰ পোহৰত "নব-বধূৰ" মুখ দৰ্শন কৰে। বঙালী সমাজত কইনাই স্বামীগৃহ প্ৰৱেশ কৰি প্ৰথমে "দুধউথলাইবাৰ জায়গা" অৰ্থাৎ গাখীৰ গৰম কৰা ঠাইলৈ যোৱাৰ নিচিনা উজনি অসমৰ বোৱাৰীও পোনতে গৈ উপচি থকা ভাত আঞ্জাৰ চক দৰ্শন কৰা নিয়ম। এই লোকাচাৰৰ উদ্দেশ্য একেটাই। বঙালী সমাজত গাখীৰ উথলি পৰিলে গৃহস্থলীত লখিমী ভৰ খায়, অসমীয়া সমাজত লখিমী স্বৰূপিনী ন কইনাৰ দৃষ্টিয়ে ৰান্ধনীঘৰক অক্ষয় ভাণ্ডাৰ কৰি তোলে। বঙালী সমাজত দৰা-কইনাই বাসৰ ঘৰ প্ৰৱেশ কৰাৰ নিচিনা, নামনি অসমৰ দৰা কইনাও "ঘৰ চত্‌কা কাপোৰ"ৰ ওপৰত সজাই ৰখা উচৰ্গাত পোৱা পিতলৰ চৰিয়া আৰু ঘটি ভৰিৰে ঠেলি ঠেলি পতি গৃহৰ চোতাললৈ নিব লাগে। দৰাৰ মাকে দৰা আৰু কইনাক নিজৰ আঁঠুত বহুৱাই লৈ জালুক বা আদা চোবোৱা মুখেৰে দুয়োৰে কাণৰ কাষত "সা" "সা" কৈ তিনিবাৰ মুখৰ বতাহ দিয়ে। বঙালী সমাজতো ন-কইনাৰ কাণত মৌ দিয়ে, যাতে নতুন ঘৰৰ মাত-কথা কইনাৰ কাণত মৌ বৰষা দিয়ে।

ওপৰোক্ত লোকাচাৰসমূহৰ বাহিৰেও বিয়াৰ দিনা কইনাঘৰে দৰাক বিশেষভাৱে কাপোৰ কানি দি নিমন্ত্ৰণ জনোৱা (অসমীয়াত ৰবমতা) হোমৰ গুৰিলৈ কইনা অনাৰ সময়ত আঁৰ কাপোৰ ধৰা, কইনাৰ ভায়েকে আখৈ তোলা, ডলাত পঞ্চপ্ৰদীপ জ্বলোৱা তামোল-পাণ দুবৰি, চাউল, আখৈ, গাখীৰ, মাছ আদিৰ ব্যৱহাৰ, দৰা-কইনাই গুৰুজনক সেৱা-সৎকাৰ কৰি মান ধৰা ইত্যাদি এশ এটা লোকাচাৰৰ প্ৰতিটোৰে বিশেষ তাৎপৰ্য্য আছে। সকলো ক্ষেত্ৰতে তিনি বা পাঁচৰ অৰ্থাৎ অযুগ্মৰ ওপৰত গুৰুত্ব প্ৰদান বিশেষ মন কৰিবলগীয়া কথা। হিন্দু সমাজৰ প্ৰায়বোৰ মাংগলিক কাৰ্য্যতে "তিনিয়ে" যেন এক ঐন্দ্ৰজালিক শক্তিৰে কাম কৰে। কথাতেই আছে যে "তিনিত জিনি"। বেউলা লখীন্দাৰ স্মৃতিচাৰণ কৰিয়েই বিয়াৰ পিছদিনা অসমীয়া আৰু বঙালীৰ দৰা কইনাই "কালৰাত্ৰি" যাপন কৰে। বিয়াত উজনি অসমৰ "গাঁঠিয়ন খুন্দা" আৰু বঙালী সমাজৰ "আমলা বাটা" অনুষ্ঠান একেপৰ্য্যায়ৰ। কাৰ ভাগ্যত কি আছে কোনোৱে নাজানে। তথাপি মানুহ ভৱিষ্যত সন্ধানী। বিশেষকৈ এই ক্ষেত্ৰত নাৰী সমাজ এখোপ চৰা। অসমীয়া সমাজত কইনা ঘৰৰ মজিয়াত দৰা-কইনাই পাশা খেলাৰ সময়ত, দুটি পায়সৰ বাটি অতি সাৱধানে পৰস্পৰে পৰস্পৰৰ ফাললৈ

ঠেলা ঠেলি কৰে। যদি বাটি দুটিৰ ইটোৰ গাত সিটোৰ খুন্দা লাগি ঠনাংকৈ শব্দ উঠে, দৰা কইনাই ভৱিষ্যতে দিনে ৰাতি খুটিতাল বোৱাৰ সম্ভাবনা, শব্দ নহ'লেতো কথাই নাই। একেবাৰে "হৰগৌৰী বসতি" হোৱাৰ দৃঢ় বিশ্বাস। বঙালী সমাজতো বিয়াৰ আগদিনা গধূলি আয়তীসকলে নৈ বা পুখুৰী পাৰলৈ গৈ "এখন যাওঁৰে নাৰদ গংগা মায়েৰ ঐ ভবন, গংগা চললেন ৰংগে মকৰ বাহন সংগে" বুলি গীত গাই গংগা নিমন্ত্ৰণ কৰা পৰত দৰা আৰু কইনাৰ নামত দুগছি চাকি জ্বলাই পানীত এৰি দিয়ে। চাকি দুগছি নাচি নাচি উটি গ'লে মংগল, নুমালে বা ডুবিলে অমংগল। বঙ্গদেশৰ কোনো কোনো অঞ্চলত এটা চৰিয়াত গৰম তেল ৰাখি তাৰে ওপৰত দৰা-কইনাৰ নামত দুখিলা পাণ এৰি দিয়ে। যিখিলা পাণৰ ফট্ ফট্ শব্দ হয় ভৱিষ্যতে দাম্পত্য কলহত তেওঁৰেই আনজনক নাকত ধৰি চাকত ঘূৰাব বুলি ভাবি আয়তীসকলে খুক্‌খুক্‌কৈ হাঁহে। পশ্চিমবংগৰ কোনো কোনো অঞ্চলত প্ৰচলিত এটি লোকাচাৰ হ'ল "মোনামুনি ভাসানো"। আয়তীসকলে এচৰিয়া পানীৰ ওপৰত এলাচিৰ আকাৰৰ মোনামুনি দুটি এৰি দিয়ে। মোনামুনি দুটি লগ লাগিলে শুভ, নালাগিলে অশুভ।

বঙালীত "যাৰ জী তাৰ জামাই, পাড়া পড়োসীৰ কাট্‌না কামাই" - বোলা কথাষাৰ থাকিলেও, বিয়াৰ সময়ত দুয়োখন সমাজতে আত্মীয় কুটুম্ব আৰু প্ৰতিবেশী আহি উবুৰি খাই পৰে। তাৰ মাজতে কিন্তু দুয়োখন সমাজত দৰা-কইনাৰ মোমায়েক-ভিনীহিয়েক আদি "উঠি ৰজা বহি ৰজা"। "যাৰ আঠা তাৰ লেঠা" বোলা কথাষাৰৰ বাবে তেওঁলোকৰ দায়িত্বও বেছি, মাতব্বৰীও বেছি। বিয়াত অলপ উনৈশ বিশ হ'লেও দুয়োখন সমাজৰ নামতীয়ে খিচা গীত (Satrical marriage song) বা যোৰা নামেৰে মেকুৰী ঠেকেচা দিয়ে।

বিহ্যা বিহ্যা শুনি আমৰা কবে হবেক বিয়া গো
বৰেৰ মামা ঘৰে নাই প্যাণ পাণ গুবা গো।
গুবা যদি প্যাল মাগো প্যাল খাঁড়া গুবা গো
খাঁড়া গুবা পায়ে মামীৰ মন ভাঙ্গে গেল গো

নামনিৰ আয়তীয়ে গায় -

দুইৰেহেৰে পেৰেনে মামেকটু আহিছে
কিও তাখো নানানটা দুখ হে
দুখে ভাগাৰে কাঠিডে বহিছে

ঐ ৰাম, কুকৰে চেলকি গেল মুখ হে, ইত্যাদি।

দুয়োখন সমাজত দৰা-কইনাৰ মোমায়েক ভিনীহিয়েক আদিৰ লগতে মাক-দেউতাক, খুড়া-খুড়ীয়েক আদিবো সাৰণ নাই। আনকি পুৰোহিতদেউ আৰু বেঁচেৰা নাপিতকো শুদাই নেৰে। আয়তীসকলে পুৰোহিতক গীতেৰে ঠাট্টা কৰে –

চাইনা খেন লৰে
বামুণ আতাৰ হাগা লাগ্‌ছে
টাৰাত্‌ টুকত কৰে।

সময় সলনি হ'ল। ওপৰত আলোচনা কৰা বেছিভাগ লোকাচাৰেই বৰ্তমান এলাগী। ইয়াৰ কাৰণো নোহোৱা নহয়। এফালে যন্ত্ৰযুগৰ প্ৰভাৱ আৰু আনফালে সূক্ষ্ম পৰ্য্যবেক্ষণ আৰু অধ্যয়নৰ অভাৱতো ৰীতি-নীতিক কাটি কৰি থোৱা দেখা যায়। অজ্ঞতাই বহুতো লোকাচাৰক কু-সংস্কাৰলৈ ঠেলি নিয়া বাবেও লোকাচাৰ বুলি ক'লে বহুতে জাপ মাৰি আঁতৰি পলায়। কৃষিজীৱী সমাজ ব্যৱস্থাত অপৰিহাৰ্য্য লোকাচাৰসমূহ যন্ত্ৰযুগৰ লগত খাপ নোখোৱাতো স্বাভাৱিক, কিন্তু বহুতো লোকাচাৰৰ অন্তৰালত থকা মংগলকামী উদ্দেশ্যই আজিও সমাজত মংগল ধ্বনি তুলিব পাৰে। সেয়েহে লোকাচাৰৰ সাৰ্থকতা স্বীকাৰ কৰি ব্ৰহ্মবৈৱৰ্ত পুৰাণে কৈছে - "বেদৰ নিয়মতকৈ প্ৰচলিত ৰীতি-নীতিবোৰ হে বেছি প্ৰযোজ্য।"●

# পঁচতি উৎসব

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দিনৰে পৰা অসমীয়া সংস্কৃতিৰ প্ৰাণ স্পন্দনেৰে স্পন্দিত হৈ থকা অসমৰ থান সত্ৰ সমূহত এক শৰণ নাম ধৰ্মৰ মূল সম্পদ 'দেৱৰো উত্তম দৈৱকী নন্দন' — কৃষ্ণক কেন্দ্ৰ কৰিয়েই বিভিন্ন উৎসব অনুষ্ঠানসমূহ পালন কৰি অঁহা হৈছে। তেনে এটি জনপ্ৰিয় 'কৃষ্ণকেন্দ্ৰিক' উৎসব হ'ল পাচঁতি।

পাঞ্চতি বা পঞ্চতি শব্দৰ পৰাই পঁচতি শব্দৰ উদ্ভৱ হোৱা বুলি ক'ব পাৰি। নন্দ ৰজাই বুঢ়া বয়সত শ্ৰীকৃষ্ণক পুত্ৰৰূপে পোৱাৰ আনন্দত আত্মহাৰা হৈ ব্ৰজবাসী সকলৰ লগত এই উৎসব পালন কৰা কথা ভাগৱতত পোৱা যায়। ভাগৱত কেন্দ্ৰিক ধৰ্মীয় বিশ্বাসেৰে উদ্বুদ্ধ হোৱা সমগ্ৰ ভাৰতবাসীৰ লগতে অসমবাসীয়েও শ্ৰীকৃষ্ণৰ জন্মাষ্টমী উৎসব পালন কৰে। সাধাৰণতে কেঁচুৱা এটি জন্মৰ পাঁচ দিনৰ দিনাখন এই উৎসব পালন কৰা হয় যদিও, ঠাই বিশেষে ইয়াৰ অলপ হেৰফেৰ দেখা যায়।

বৰপেটা সত্ৰত জন্মাষ্টমীৰ পিছদিনাখন বাপুসকলে পেক্ ভাওনা (বোকা ভাওনা) পাতে। আইসকলে কৃষ্ণৰ জন্মক উপলক্ষ্য কৰি ভাগৱতত বৰ্ণনা কৰা কৃষ্ণ কাহিনীৰ আলমত বিভিন্ন গীত-পদ গাই ৰং ধেমালি কৰে। ভকত দুজনে গৰ্গ ঋষি আৰু নাৰদৰ ভাওলৈ কৃষ্ণৰ জাতকৰ্ম কৰে।

আনহাতে বৰপেটাৰ আশে পাশে থকা কিছুমান সত্ৰত জন্মাষ্টমীৰ লগত সংগতি ৰাখি কীৰ্ত্তন দশমৰ পদ গোৱাৰ উপৰিও গোপাল আতাৰ জন্ম যাত্ৰা আৰু নন্দোৎসৱ নাটত থকা গীতবোৰ গায়। কিছুমান সত্ৰত সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ সহযোগত ভকতসকলে "দধিমথন" ভাওনা পাতে।

সমগ্ৰ অসমতে জন্মাষ্টমীৰ পিছদিনাখন পঁচতি উৎসৱ পতা হয় যদিও, বৰপেটা অঞ্চলত কাতি মাহৰ কৃষ্ণা একাদশীতহে অতি জাকজমকতাৰে পঁচতি উৎসব পালন কৰা হয়। কাতি মাহত পালন কৰা পঁচতি উৎসৱত কৃষ্ণৰ জন্ম আৰু

শিশুকালৰ চল চাতুৰীৰ গীত পদ গোৱা হয় যদিও এই উৎসৱত ৰাধা কৃষ্ণৰ কেলি ক্ৰীড়াতহে বেছি গুৰুত্ব দিয়া দেখা যায়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্তিত একশৰণ নামধৰ্মত ৰাধাৰ স্থান নাই, অথচ মহাপুৰুষসকলে প্ৰতিষ্ঠা কৰা সত্ৰসমূহত ৰাধাকেন্দ্ৰিক পঁচতি উৎসৱলৈ লক্ষ্য কৰিলে অনুমান হয়, অসমত এই উৎসৱৰ পৰম্পৰা অতি পুৰণি। প্ৰাক্ বৈষ্ণৱ যুগৰ।

বৰপেটা জিলাৰ প্ৰায়বোৰ সত্ৰ আৰু গাঁৱে গাঁৱে থকা নামঘৰবোৰত কাতি মাহত অনুষ্ঠিত পঁচতি উৎসৱ সম্পৰ্কে এটি লোকবিশ্বাস আছে। সেয়া হ'ল এবাৰ শ্ৰীকৃষ্ণই হেনো একাদশীৰ দিনাখন হাল জুৰিছিল। একাদশীত হাল বালে 'বাওঁতাৰো লাগে পাপ দেখোতাৰো মহাপাপ' বুলি ৰাধাই কৃষ্ণৰ হালৰ গৰু মুকলি কৰি দিলে। গৰু গৈ ঘোৰ অৰণ্যত সোমাল। তাকে দেখি শ্ৰীকৃষ্ণই ৰাধাক খঙেৰে ক'লে — 'সংসাৰৰ ভিতৰত যতমেনি তিৰি আছে। তোৰ সমান দুষ্ট তিৰি নাই।।' লগতে আৰু ক'লে যে — যদি কৃষ্ণৰ গৰু হাল হাবিৰ বাঘে খায়, তেনেহ'লে ৰাধাক তেওঁ সুদাই নেৰে। শ্ৰীকৃষ্ণৰ তৰ্জন গৰ্জনত ৰাধাৰ মুখৰ মাত হৰিল। ৰাধাই সখীয়েকক লগত লৈ বনৰ মাজে মাজে গৰু বিচাৰি হাবাথুৰি খাইও গৰু হাল নোপোৱাত, কৃষ্ণই দুয়ো সখীয়েকৰ কান্ধত যুৱলি তুলি দি হাল বাবলৈ আৰম্ভ কৰিলে। এনেতে নন্দই আহি দেখিলে সেই অদ্ভুত দৃশ্য। নন্দই কৃষ্ণক নানা গালি-গালাজ পাৰি ৰাধা আৰু ৰাধাৰ সখীয়েক সাৱলীক হালৰ পৰা মুকলি কৰি দিলে। হালৰ পৰা মুকলি হৈ কৃষ্ণৰ আহ্বানত ৰাধাই ঘিলা খেলিবলৈ বাধ্য হ'ল। কৃষ্ণৰ ওপৰত খঙৰ পোতক তুলিবলৈ ৰাধাই ঘিলা চুৰ কৰি মিছা মাতিলে — "চিকো চিকো আৰে আইলা পচু।

চিত্ৰসেন গোৱালৰ জী নালো।।

* * *

আই খাং ভাই খাং
লাজতে মৰি যাউ,
ওমাই — নকৰো ঘিলা মই চুৰ নালো।"

পিছে টেন্টন কানাইৰ হাতত ৰাধা ধৰা পৰিল — 'চুৰুণী চুৰুণী বুলি আঙুলে ধৰিলা। সুবৰ্ণৰ চাৰিটি ঘিলা ঠন্‌ৰাই পৰিলা'।। কৃষ্ণৰ লগত ক্ৰীড়া কৌতুক কৰি থাকোতেই চকা পাতত বহিবৰ হ'ল — মথুৰাৰ হাটলৈ বিক্ৰী কৰিবলৈ অনা গাখীৰ নষ্ট হোৱাৰ ভয়ত ৰাধাই খৰ খেদাকৈ আহি যমুনাৰ ঘাট পালে। স্বয়ং শ্ৰীকৃষ্ণ যমুনা ঘাটৰ

ঘাটোৱাল। ৰাধাই অনেক কাকূতি-মিনতি কৰি 'কানৰ সনা' আৰু 'গলৰ মাদেলি' দিয়াৰ প্ৰতিশ্ৰুতি দি কৃষ্ণৰ নাৱত উঠিল। পিছে মাজ নদীত নাৱ ডুবিল। ৰাধা-কৃষ্ণ দুয়ো পানীত জৰবা-জৰবি কৰি 'খেনু উঠে খেনু তল যাই' — অৱস্থাত পৰিল।

আইসকলে ৰাধা আৰু কৃষ্ণৰ কেলি বিষয়ক এই অভিনয় কৰাৰ লগতে আনুষংগিক হিচাপে কৃষ্ণই গোপিনীৰ বস্ত্ৰ চুৰি কৰা, মালযুঁজ, পুতনা বধ আদিৰো অভিনয় কৰি দেখুৱায়।

কৃষ্ণা একাদশীত অনুষ্ঠিত পঁচতি উৎসৱৰ আৰম্ভণিতে আইসকলে পাঁচ বা সাতখন ডলাত নাৰিকল, কল, চেনীৰ লাড়ু, পিঠা গুৰিৰ লাড়ু আদিৰে একোখন পোহাৰ (পাহাৰ) সাজি, প্ৰত্যেকখন পোহাৰতে এগছিকৈ চাকি জ্বলাই লয়। কেইজনমান অকুমাৰী ছোৱালীৰ মূৰত পোহাৰ কেইখন তুলি দি নামঘৰৰ চাৰিওফালে পাঁচ বা সাত পাক ঘূৰি ঘূৰি গায় — 'গোৱালেনী বাই, নন্দেথেৰ গৃহক লোগি ধাৰ বতি যায়'। পঁচতিৰ শেষত আইসকলে পোহাৰত থকা লাড়ু, নাৰিকল আদি প্ৰসাদ নামমাত্ৰ পইচা দি কিনি নিয়ে। পঁচতিৰ আইসকলৰ হালবোৱা, কোদাল মৰা, হোকা খোৱা, নাব বোৱা, ভাৰ লোৱা দৃশ্যই দৰ্শকক হাঁহিৰ খোৰাক যোগায়।

কিছুমান ঠাইত আকৌ কেইজনীমান তিৰোতাই মূৰত পাচিলৈ, পোহাৰী হৈ গাঁৱত থকা ব্ৰাহ্মণ পৰিয়ালৰ ঘৰলৈ গৈ গীত গায় — 'মাছ ৰাখ্‌ফি না এ বামুণ পাৰা, নতুন বিলৰ মাছ আনছু কালি মাৰা'। ব্ৰাহ্মণ পৰিয়ালে পোহাৰত বেছিবলৈ নিয়া শাক পাতৰ বিনিময়ত অলপ পইচা দি ৰং ধেমালি কৰে। সাধাৰণতে পোহাৰীৰ অভিনয় কৰা আইসকলে হেলচি শাকহে বিক্ৰী কৰে।

বৰপেটা জিলাৰ মৈৰামাৰা, খাটাল পাৰা, পৰাভঁৰাল আদি কিছুমান গাঁৱত ৰাধা কৃষ্ণৰ কেলি আৰম্ভ কৰাৰ আগতে নাম ঘৰৰ সন্মুখত এডাল সৰু কলপুলি পুতি, কলৰ চাৰিওফালে আল্পনা আঁকি চিত্ৰ বিচিত্ৰ কৰি সেই ঠাই ডোখৰত এজনী অকুমাৰী ছোৱালীক যশোদাৰ ৰূপত সজাই বহুৱাই থয়। পঁচতিৰ বাবে নিৰ্দ্দিষ্টকৈ ৰখা এটা পিতলৰ শিশু কৃষ্ণৰ মূৰ্ত্তি নতুন অনা কটা কাপোৰেৰে মেৰিয়াই যশোদাৰ কোলাত দি আইসকলে কীৰ্ত্তন ঘোষা, দশমত থকা শিশু কৃষ্ণৰ বিভিন্ন লীলাৰ গীত পদ গাই, গীতৰ লগত সংগতি ৰাখি বিভিন্ন চৰিত্ৰৰ ৰূপেৰে অভিনয় কৰি দেখুৱায়। যশোদা ৰূপিনী ছোৱালীজনীৰ কান্ধত সুন্দৰ ৰংচঙীয়া সৰু পুতলা ধনু কেইখনমান আঁৰি দিয়া হয়। শ্ৰীকৃষ্ণৰ গণনা হোৱাৰ পিছত এবছৰ আগৰে পৰা খাটি সৰিয়হ

তেলত পাচ ফোৰণ, কর্পূৰ, তেজপাতৰ গুৰি, মথা, সনপেৰা আদি সুগন্ধি দ্ৰব্য মিহলি কৰি থোৱা 'পাচতি তেল' প্ৰথমে কৃষ্ণৰ গাত ঘঁহি, পিছত ৰাইজে অতি পবিত্ৰভাৱে তেলখিনি ব্যৱহাৰ কৰে।

বৰপেটা জিলাৰ বেছিভাগ সত্ৰতে আগতে উল্লেখ কৰি অহা পদ্ধতিৰে পঁচতি উৎসব পালন কৰি অহা হয় যদিও, বৰপেটা জিলাৰ অন্যতম ধৰ্মীয় অনুষ্ঠান বৰনগৰৰ মহাপ্ৰভু গৰখীয়া গোঁসাই থানত এই উৎসব অলপ সুকীয়া। জন্মাষ্টমীৰ পঞ্চম দিনত আইসকলে পূৰ্বৰ পৰম্পৰা অনুসৰি জন্মযাত্ৰা আৰু নন্দ উৎসব নাটৰ কেইটামান নিৰ্দ্দিষ্ট গীত পদ গাই নানা ৰং ৰহইচ কৰে।

গৰখীয়া গোঁসাই থানৰ দৌলৰ সম্মুখত কৃত্ৰিম পুখুৰী খান্দি ভকতসকলে বোকা পানীৰে লুতুৰি পুতুৰি হোৱা দৃশ্য অতি অপূৰ্ব্ব। উল্লেখযোগ্য যে বৰনগৰ অঞ্চলৰ ৰাইজে কেঁচুৱা জন্মৰ পাঁচদিনৰ দিনাখনো নামঘৰত গোৱা গীত পদেৰে আবেলি পৰত ঘৰুৱা ভাৱেই পঁচতি উৎসব পালন কৰে। কেঁচুৱা এটিৰ এমাহ নোহোৱালৈকে গৃহস্থৰ ঘৰত 'অশৌচৰ' চুৱা থাকে যদিও, বৰনগৰৰ ৰাইজে কেঁচুৱাৰ পাঁচদিনৰ দিনটোক অতি পবিত্ৰ বুলি গণ্য কৰি, সেইদিনাখন কেঁচুৱা আৰু মাকক স্পৰ্শ কৰি আনকি সেই ঘৰত চাহ জলপানো খাব পাৰে। বিয়া, শ্ৰাদ্ধ আদিৰ নিচিনা অনুষ্ঠান সমূহৰ মাজতে কেঁচুৱাৰ জন্ম হ'লে, গৃহস্থই 'অশৌচ' পালন কৰিব লগাত পৰিলে, 'পাঁচদিন'ৰ দিনাখন উক্ত অনুষ্ঠান সমূহ অনুষ্ঠিত কৰাত একো বাধা নাথাকে। ছয় দিনৰ দিনা পুনৰাই 'অশৌচৰ' নীতি নিয়ম মানি চলিব লাগে।

ঘৰুৱা ভাৱে পালন কৰা পঁচতি উৎসৱত কেঁচুৱাৰ মাকে গা পা ধুই কেঁচুৱাটি কোলাত লৈ পীৰা এখনত বহি থাকে আৰু আয়তীসকলে মাকৰ চাৰিওফালে ঘূৰি ঘূৰি পঁচতিৰ গীত কেইটি গায়। আইসকলৰ এগৰাকীয়ে বেজৰ ভাও লয়। বেজৰ ভাও লোৱা গৰাকীয়ে তুলসীৰ পাত এখিলা হাতত লৈ অন্য এগৰাকীক নাটকীয় ভংগীৰে সোধে — "ইখেন কি?" এজনীয়ে উত্তৰ দিয়ে — 'ৰিটিউ টিউ' — 'ইখেনেদি খুৰলি মূৰৰ অলবো ঘিউ'। দ্বিতীয়খন তুলসী পাত লৈ প্ৰশ্ন কৰে — 'ইখেন কি? 'চেল্‌কি'। 'ইখেনেদি খুৰলি মাৰবো ভেলকি'। তৃতীয়খন তুলসী পাত লৈ কৰা প্ৰশ্ন হ'ল 'ইখেন কি?' 'কাচী'। 'ইখেনেদি খুৰলি হয় স্বৰ্গবাসী'। শেষত চতুৰ্থখন তুলসী পাত লৈ প্ৰশ্ন কৰে — 'ইখেন কি?' 'মধুমতী'; 'ইখেনেদি খুৰলি হয় গোলক পতি'।

তাৰ পিছত কেঁচুৱাৰ মাক আৰু আইতাকে এখন সৰু ধনুত পাঁচডাল কাড়

লৈ পূব-পশ্চিম উত্তৰ দক্ষিণ আৰু ওপৰমূৱাকৈ মাৰি পঠিয়ায়। লগতে কলপটুৱাৰে সজা এখনি সৰু নাৱত এডাল মাৰি বঠা কৰি বঠাখন কেঁচুৱাটিৰ অকণি হাত এখনত তুলি মাক বা আইতাকে কলপটুৱাৰ পানীখিনিত বঠাখনেৰে নাওঁ বোৱাৰ অভিনয় কৰি থাকোতে আইসকলে গায় —'হেইছ্যে হেইয়া নাওঁ বাওঁ হেইয়া'। পীৰা এখনৰ ওপৰত শুৱাই লৈ কেঁচুৱাটিৰ বুকুত আলফুলকৈ পটাগুটি (পাটকু) এটি ধৰি কয় — পাটা, পাটা, পাটা — পানীক নড়ৰাবি, জুইক নড়ৰাবি, বাঘ ভালুকক নড়ৰাবি, বাৰ বান্দাৰক নড়ৰাবি, দেও ভূতক নড়ৰাবি ইত্যাদি। তাৰ পিছত কণী এটিৰে কেঁচুৱাটিৰ গোটেই গাটো স্পৰ্শ কৰি কয় — 'ডিমা হেন হো, চিল্চিলা হো, গাতো মিহি বগা হো।' ধনুকাড় মৰা, নাওঁবোৱা নিয়মবোৰ কিন্তু ছোৱালীৰ ক্ষেত্ৰত তেনেকৈ পালন কৰা নহয়।

উক্ত কামখিনি হৈ যোৱাৰ পিছত নিমন্ত্ৰিত আইসকলে কেঁচুৱাক সাধ্যানুসাৰে কাপোৰ-কানি, মিঠাই আদি দি আশীৰ্বাদ কৰি, চোতাল বা ঘৰৰ মজিয়াত বহি নাম কীৰ্ত্তন আৰম্ভ কৰে। পঁচতি নামত কীৰ্ত্তন ঘোষা, দশমত থকা শিশুলীলাৰ পদ সমূহ গোৱা হয় যদিও কিছুমান মুখ জোৰণি দিহাও নামৰ মাজতে গোৱা হয়। যশোদা, ৰোহিনীয়ে কৃষ্ণৰ ৰক্ষা কবচ বন্ধা দশমৰ পদখিনি গাই আইসকলে কেঁচুৱাটিৰ হাতত ৰক্ষা কৱচ বান্ধি শান্তি পানী চতিয়ায়।

আনহাতে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰদেৱে প্ৰতিষ্ঠা কৰা বৰ্ত্তমান বৰনগৰৰ ৰহা গাঁৱত অৱস্থিত ঘিলাঝাৰী সত্ৰত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱৰ পিছদিনাখনহে পঁচতি উৎসৱ অনুষ্ঠিত হয়। এই উৎসৱত আইসকলে দুপৰীয়া নিত্য নৈমিত্তিক প্ৰসংগ কৰি উঠি দশমত থকা শিশু কৃষ্ণকেন্দ্ৰিক আটাইবিলাক ঘটনাৰ অনুকৰণত নৃত্য গীত অভিনয়েৰে এটি উৎসৱ মুখৰ পৰিৱেশৰ সৃষ্টি কৰে। কলগছ, খেৰ আদিৰে শিশু কৃষ্ণ, যশোদা, পুতনাৰ প্ৰতিকৃতি সাজি নিজৰ সৃজনী শক্তিৰ পৰিচয় দিয়াৰ লগতে শিশু কৃষ্ণৰ অনিষ্ট কাৰিণী পুতনাৰূপী কলগছৰ পুতলাটিক জুইৰে পোৰা দৃশ্যই সমবেত ৰাইজক হাঁহি আৰু স্ফূৰ্তিৰ মাজেৰেই 'অন্যায়কাৰীৰ ধ্বংস'ৰ অনিবাৰ্য্য সংকেত দিয়ে —

"পুতনা মৰিছে আজি
কুনি দিবো খৰি।
মৰক দে মৰক
প্ৰাণেৰ বৈৰী।।"

ওপৰত উল্লেখ কৰাৰ নিচিনা বিভিন্ন ঠাইত বিভিন্ন ধৰণে পাচঁতি উৎসব পালন কৰা হয় যদিও পঁচতিত গোৱা গীতবোৰৰ কথা বস্তুৰ মিল আছে। অৱশ্যে গীতসমূহৰ প্ৰকাশভংগী আৰু সুৰত আঞ্চলিক বৈশিষ্ট্য পৰিলক্ষিত হয়। মহিলা প্ৰধান এই উৎসৱত পুৰুষে অংশগ্ৰহণ নকৰে। বহুতে দূৰৰ পৰাই লুকাই চুৰকৈ এই উৎসৱৰ আনন্দ উপভোগ কৰে।

বৰপেটা জিলাৰ কিছুমান ঠাইত পঁচতিত ডাঙৰকৈ সভা পাতে। এই সভাত নাম কীৰ্ত্তন, যাত্ৰা গান, ওজাপালি আদিৰ লগতে ৰংচঙীয়া দোকান পোহাৰৰ উৎসব মুখৰতাই সম্প্ৰীতি আৰু সমন্বয়ৰ সেঁতু গঢ়ি, জাতীয় পৰম্পৰাক জীপাল কৰি তোলে।●

# ৰাস-লীলাৰ তাৎপৰ্য্য

জগৎগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ একশৰণ নামধৰ্মত 'শাস্ত্ৰৰ উত্তম গীতা ভাগৱত' বোলা কথাষাৰ সৰ্বজন সমাদৃত, সৰ্বজন স্বীকৃত। এনেহেন 'বৈকুণ্ঠৰ কল্পতৰু ভাগৱত' শাস্ত্ৰৰ "ৰাসলীলা" অধ্যায়ত মহাপুৰুষজনাই লিখিছে -

"শৃংগাৰ ৰসে যাৰ আছে ৰতি।
আক শুনি হৌক নিৰ্মল মতি।।"

— কথাষাৰ অতি তাৎপৰ্য্যপূৰ্ণ-অৰ্থপূৰ্ণ। কাৰণ ওপৰ চকুৰাব বাবে ৰাসলীলা আদি ৰসাত্মক কামলীলা। বস্তুতবে প্ৰশ্ন, সাধাৰণ মানুহৰ কামজয় কৰিবলৈ মহাপুৰুষে কামৰ বাহন আদি ৰসক কিয় আদৰি ললে? ডেকা বুঢ়া সমন্বিতে উচ্চস্বৰে ঘুষিবলৈ ৰচনা কৰা "অসমৰ মৌচাক", "কীৰ্ত্তন ঘোষা" তো ৰাসলীলাই আগস্থান দখল কৰিলে। আমি জনাত মহাপুৰুষে পাৰ্থিৱ দৃষ্টিৰে এই আখ্যানটো 'দশমতো চোৱা নাই, কীৰ্ত্তনতো চোৱা নাই।'

আদি ৰস নামটোতে ৰাসলীলাৰ তাৎপৰ্য্য লুকাই আছে। আদি ৰসতেই পৃথিৱীৰ সৃষ্টি। এই আদি ৰসতকৈ অন্য আকৰ্ষণীয় ৰস মানুহৰ মনে কল্পনা কৰিব নোৱাৰে। বিশেষকৈ গোপিনীসকলক স্ত্ৰীৰূপে লোৱা হৈছে যেতিয়া আদি ৰস তেওঁলোকে সহজে বুজে কাৰণেই, এই ভাবৰ ভিতৰেদি ৰাসতত্ত্ব উপস্থিত কৰা হৈছে। কিন্তু তাতো যাতে পাৰ্থিৱ বাস্তৱতা নাহে তাৰ বাবে কৃষ্ণৰ বয়স কৈশোৰতকৈয়ো কম, সাত আঠ বছৰীয়া শিশু মাত্ৰ।

এই শিশুৰেই হ'ল বিশ্বপতি বিষ্ণুৰ আনন্দময় মূৰ্ত্তি, বিশ্বৰ পৰমাত্মা। শ্ৰীকৃষ্ণই গোকুলত নন্দৰ ঘৰত ডাঙৰ দীঘল হৈ অনেক লীলা কৰিছিল। শৰৎকালৰ বিতোপন চন্দ্ৰাৱলী নিশা যমুনাৰ পাৰৰ কদমত উঠি শ্ৰীকৃষ্ণই বংশীধ্বনি কৰিলে, ৰাস লীলা কৰাৰ মানসেৰে। শ্ৰীকৃষ্ণৰ সুমধুৰ গীতে বৃন্দাবন ভেদি গোকুলৰ গোপীসৱৰ

জড়দেহত প্ৰাণ সঞ্চাৰ কৰিলে।

উন্মাদিনী প্ৰায় গোপিনীসবে বৃন্দাবনলৈ ঢাপলি মেলিলে পৰমব্ৰহ্ম কৃষ্ণক বিচাৰি।

পৰমেশ্বৰ শ্ৰীকৃষ্ণই জানিছিল, কৃষ্ণপ্ৰেম পাগলনী গোৱালিনীসকল সাধাৰণ ৰমণী নহয়। ৰাম অৱতাৰত এওঁলোক বেদজ্ঞ, ব্ৰহ্মজ্ঞ ঋষি। ৰাসৰ লীলা বিলাসৰ সংগিনী হোৱাৰ মানস ব্যক্ত কৰাত , ৰামৰূপী ভগৱানে আশ্বাস দিছিল দ্বাপৰত কৃষ্ণৰূপে মনোবাঞ্ছা পূৰণৰ। গতিকে গোপীকৃষ্ণৰ ৰাসলীলা পূৰ্ব নিৰ্দ্ধাৰিত। তথাপি অন্তৰ্য্যামী শ্ৰীকৃষ্ণই গোপিনীৰ মনৰ ভাব বুজিও নুবুজা ভাও জুৰি মনুষ্য ব্যৱহাৰ সুধিলে -

"কুশলে কি আইলা কৈয়ো ব্ৰজৰ কল্যাণ।
প্ৰিয় কৰ্ম কিবা সাধো কহিয়ো নিদান।।"

তাৰ পিছত গোপীসকলক ভয় লগা ৰাতিৰ কথা সোঁৱৰাই দি ক'লে -

"দুৰ্ঘোৰ ৰজনী প্ৰেম পিশাচৰ গতি।
ঐত নাথাকিবা তোৰা সব স্ত্ৰী মতি।।"

লগতে ধৰ্ম ভয়ও দেখুৱালে — "উপপতি সমে ক্ৰীড়া কৰা গৰিহিত' - এই গৰিহিত কৰ্মৰ পাপ "পৰ্বত সমান"। কৃষ্ণ প্ৰেমাকুলা গোপিনীৰ বাবে প্ৰাণভয়, লোকভয়, ধৰ্মভয়, সকলো তুচ্ছ। তেওঁলোকৰ বাবে শ্ৰীকৃষ্ণই ধ্যান, কৃষ্ণই প্ৰাণ। পতি, পুত্ৰ, পৰিজন, ধন-সম্পদ আদি পঞ্চেন্দ্ৰিয় গ্ৰাহ্য বস্তু ত্যাগ কৰি, অতীন্দ্ৰিয় পুৰুষ শ্ৰীকৃষ্ণকে মন প্ৰাণ অৰ্পণ কৰি গোপীসবে মনে মনে ভাবিলে, 'তুমি জগতৰে আত্মা, তোমাৰ সেৱাত পাই পৃথিৱীৰ যত মহা ধৰ্ম"। শেষত ভকতৰ বশ্য ভগৱন্তই

"ভকতৰ পদে আপুনি হৰি।
ক্ৰীড়িলা ৰঙ্গে নৰদেহা ধৰি।।"

শৰতৰ পূৰ্ণ চন্দ্ৰমাই যমুনাৰ বুকুত তিৰবিৰাই উঠি ৰূপৰ পোহাৰ মেলিলে। শেৱালি মল্লিকাৰ সুবাসেৰে সুগন্ধি হৈ, শীতল মলয়াই গোপীসকলৰ মনত প্ৰেম ৰসৰ উদ্ৰেক কৰিলে। জগতৰ পতি শ্ৰীকৃষ্ণক মণ্ডল আকাৰে বেৰি ধৰি গোপীসকলে আৰম্ভ কৰিলে শৃংগাৰ ৰসাশ্ৰিত প্ৰেম উৎসৱ ৰাস কেলি। সোণৰ মণিৰ মাজে মাজে পোৱাল মণি জিলিকাদি জিলিকি থকা কৃষ্ণই 'যত গোপী তত কৃষ্ণ' হৈ যোগামায়াৰ বলেৰে ৰাসক্ৰীড়া কৰিলে। স্বৰ্গৰ দেৱতাইও ৰ লাগি চাই ৰোৱা এই ৰাসলীলা

অলৌকিক, অপ্ৰাকৃত। 'পূৰ্ণকাম' শ্ৰীকৃষ্ণই গোপিনীসকলৰ লগত ছায়াৰ লগত শিশুৱে ওমলাৰ দৰেহে ৰাসক্ৰীড়া কৰিলে -

"নপাৰিলা গোপীগণে মুহিবে কৃষ্ণক।
ছায়ায়ে সহিতে যেন উমলৈ বালক।।"

নাৰী স্বভাৱতে চঞ্চলা। চিৰবাঞ্ছিতা প্ৰিয়তম শ্ৰীকৃষ্ণৰ অপ্ৰত্যাশিত সাদৰ সম্ভাষণত গৰ্বিতা গোপবালাৰ মনত অহংকাৰৰ উদয় হ'ল। তেওঁলোকে তিৰোতাসকলৰ পুৰুষক নাকত ধৰি চাকত ঘূৰোৱাৰ কৌশল কৃষ্ণৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব বিচৰাত, নিমিষতে কৃষ্ণ হ'ল অন্তৰ্ধান, শূন্য হ'ল বৃন্দাবন। গোপিনীৰ মাজত লাগিল হাহাঁকাৰ। ৰাসৰ মাজত কৃষ্ণৰ অন্তৰ্ধান ভক্তৰ অহংকাৰ লোপ কৰি আকুলতা বৃদ্ধিৰ কলাত্মক কৌশল। কৃষ্ণ বিৰহত দগ্ধা গোপিনীয়ে বৃন্দাবনৰ গছ-গছনি, নৈ-বিৰ্ল, পশু-পক্ষীক কৃষ্ণৰ বতৰা সুধি সুধি আকুল হ'ল, কিন্তু ক'তো কৃষ্ণৰ সম্ভেদ নাপালে। শেষত নিজৰ ভুল বুজিব পাৰি কৃষ্ণগুণ বৰ্ণাই কান্দি-কাটি বিয়াকুল হোৱা গোপিনীসৱে যমুনাৰ বালিতে কৃষ্ণলীলা অভিনয় কৰিলে। এই অভিনয় কৃষ্ণ স্বৰূপ অনুভৱ কৰি তেওঁৰ লগত একাত্ম হোৱাৰ একাগ্ৰ অনুশীলন, ঐকান্তিক সাধনা। বিৰহৰ মাজেদি প্ৰিয় লাভৰ আনন্দ মাধুৰ্য্য।

অভিনয়ৰ অন্ততঃ অন্তৰ্য্যামী ভগৱন্তই গোপীসকলক দৰিশন দিলে, বৃন্দাবনত পুনৰাই জনধ্বনি বাজি উঠিল, বৃন্দাবন হ'ল কৃষ্ণময়। কৃষ্ণই স্বীকাৰ কৰিলে -

"কহো পৰমাৰ্থ কথা নোবোলো উখণ্ডি।
তোমাসাৰ প্ৰেম ভকতিত ভৈলো বন্দী।।"

এয়ে সেই ৰাসলীলা, মহালীলা, শ্ৰীকৃষ্ণৰ শ্ৰেষ্ঠ লীলা। ৰাসলীলা যে প্ৰাকৃত প্ৰেমলীলা নহয়, ৰাসলীলাৰ মাজতে সেই ৰহস্য লুকাই আছে। লৌকিক প্ৰেমৰ স্বাভাৱিক প্ৰকাশতকৈ ৰাসলীলাৰ প্ৰেম প্ৰকাশৰ পদ্ধতি সুকীয়া। ৰাসলীলাত গোপিনীসৱে কৃষ্ণক কৈছে -

"সমস্ত প্ৰাণীৰ পাপ হৰে যিটো
আছিল কালীৰ ফণে
কামক মৰ্দ্দিয়া হেন পাদ পদ্ম
অৰ্পিয়ো আমাৰ স্তনে।।"

গোপিনীসকলে কামনা নাশ কৰিবলৈ তেওঁলোকৰ স্তনত কৃষ্ণৰ পদ স্পৰ্শ

বাঞ্ছা কৰাটো লৌকিক জগতৰ বিপৰীতধৰ্মী কাৰ্য্য। গোপীসবে প্ৰেম ভক্তিৰ পৰশতহে পৰমেশ্বৰৰ পৰম তত্বৰ সন্ধান পাইছিল। তেওঁলোক নিষ্কাম ভক্তিৰ অধিকাৰিণী। যাৰ বাবে ব্ৰজাঙ্গনাসকলেই হ'ল ভগবানৰ শ্ৰেষ্ঠা ভক্তা। উদ্ধৱেও যাৰ পদৰেণু বন্দনা কৰিছে এইবুলি -

বন্দে নন্দ ব্ৰজস্ত্ৰীনাং পদৰেণুম্ অভীক্ষ্ণশঃ
যাসাং হৰিকথো দগীতং পুনতি ভুবনত্ৰয়ম।।

অৰ্থ্যাৎ যাৰ হৰিকথাত ত্ৰিভুবন পবিত্ৰ হয়, সেই ব্ৰজবাসী-গোপীসৱৰ চৰণ ৰেণু মই বাৰে বাৰে বন্দনা কৰিছোঁ।

আলংকাৰিসকলৰ মতে সমান ইন্দ্ৰিয় ক্ৰিয়াসম্পন্ন যুৱক-যুৱতীৰ মাজতহে ৰতি ভাবৰ উদ্ৰেক হয়। কিন্তু ভগবান ইন্দ্ৰিয়াতীত, গতিকে কৃষ্ণক কেন্দ্ৰ কৰি লৌকিক আদি ৰসৰ স্ফুৰণ হ'ব নোৱাৰে। শ্ৰীকৃষ্ণ "পূৰ্ণকাম"। কৃষ্ণ কামদেৱ বা মদনৰ অধীন নহয়, বৰং দৰ্পহাৰী কৃষ্ণই অহংকাৰী মদনৰ দৰ্প চূৰ্ণ কৰি নাম পালে মদন মোহন।

ভাগৱত বৰ্ণিত "ৰাসলীলা"ৰ বক্তা আৰু শ্ৰোতাৰ ফালে লক্ষ্য কৰিলেও ৰাসলীলাৰ তাৎপৰ্য্য বুজাত সহায় হয়। ভাগৱত বক্তা শুকদেৱ উলঙ্গ বালক, অথচ বেদজ্ঞ, তত্বদৰ্শী। ব্ৰহ্মজ্ঞানী শুকদেৱৰ বাবে কামোদ্দীপক কথা শুনাও পাপ, কোৱাতো দূৰৰেই কথা। শ্ৰোতা দেৱৰ্ষি, ব্ৰহ্মৰ্ষি, ৰাজৰ্ষি, মহৰ্ষি সমন্বিতে মৃত্যুমুখী ৰজা পৰীক্ষিত। কালে আগচুলিত ধৰি থকা পৰীক্ষিতে মৃত্যুলৈ মাত্ৰ দুদিন থাকোতে অৰ্থাৎ পঞ্চম দিনত শ্ৰৱণ কৰিছিল "ৰাসলীলা"। গতিকে সংসাৰ তৰণৰ হেতু শ্ৰৱণ কৰা ভাগৱতৰ ৰাসলীলা সাধাৰণ মানৱৰ কামলীলা নহয়। এয়া কৃষ্ণৰূপী পৰমব্ৰহ্ম, পৰমাত্মাৰ প্ৰতি জীৱাত্মাৰূপী গোপীকাৰ দুৰ্নিবাৰ আকৰ্ষণৰ অভিব্যক্তি।

ৰাসলীলাৰ এবছৰ আগতেই, আঘোণ মাহত গোপবালা সবে কৃষ্ণক স্বামী বাঞ্ছা কৰি পালন কৰিছিল কাত্যায়নী ব্ৰত। এদিন ব্ৰহ্মমুহূৰ্তত ব্ৰতচাৰিণী গোপীসবে বস্ত্ৰহীনা হৈ যমুনাত স্নান কৰি থাকোতেই শ্ৰীকৃষ্ণই বস্ত্ৰ চুৰ কৰি গোপিনীৰ গোপনীয়তা গুচালে। বৈকুণ্ঠপতি শ্ৰীকৃষ্ণৰ আগত গোপিনীসকলে বিগত কুণ্ঠা হৈ শৰণ লোৱাত কৃষ্ণই ক'লে -

মোতেহে একান্ত চিত যাৰ তাক
নকৰে কামে অনৰ্থ।
নিশ্চয় জানিবা যেন ভজা ধান

গাজিবে নুহি সামৰ্থ।।

দেখাত ৰাসলীলাৰ আৰম্ভণি "বস্ত্ৰহৰণ" পৰ্ব অশালীন হ'লেও তাত্বিক দিশত অতুলনীয়, কাৰণ ভক্ত আৰু ভগৱান অভিন্ন। গোপনীয়তা ভক্তিৰ অন্তৰায়। ঈশ্বৰ সমদৰ্শীৰ বাবে বস্ত্ৰৰ প্ৰয়োজন নাই। সনক, সনাতন, সদাশিৱ, শুকদেৱ বস্ত্ৰহীন।

ৰাসলীলাৰ অন্য এক তাৎপৰ্য্য হ'ল - গোপবালাসৱে যমুনা তীৰত সমবেত হৈ সমূহীয়াভাৱে কাত্যায়নী বা দুৰ্গাদেৱীক পূজা কৰি কৃষ্ণক পতি ৰূপে বৰ মাগিছিল। সতিনী নাৰী জীৱনৰ অভিশাপ, অসহনীয় হৃদিতাপ। লোক কথাইও কয় — "সতিনীৰ জাল, গা নকৰে ভাল"। অথচ সমস্ত গোপবালাই 'এক দেব এক সেব' কৃষ্ণকেই স্বামীৰূপে কামনা কৰাৰ অৰ্থ কি ? অৰ্থ, বয়সত নবীনা হ'লেও ভক্তিমতী গোপিনীসৱে মৰ্মে মৰ্মে উপলব্ধি কৰিছিল যে — কৃষ্ণই হ'ল ব্ৰহ্মাণ্ডৰ অধিপতি - জগৎপতি, জগৎস্বামী। সকলোৰে হৃদি পদ্মত বিৰাজমান যদুপতি উপপতি হ'ব নোৱাৰে।

"কৃষ্ণস্তু ভগবান স্বয়ং" -দ্বাপৰত কৃষ্ণয়েই ভগৱান। লোক ৰক্ষা আৰু লোক শিক্ষাৰ বাবে ভগৱানে মনুষ্য চেষ্টাক দেখাই লীলা কৰে। কংস কাৰাগাৰত শংখ চক্ৰ গদা পদ্মধাৰী শ্ৰীকৃষ্ণৰ আবিৰ্ভাৱকে আদি কৰি তেওঁৰ লীলাৰ অন্ত নাই। ভগৱান নিৰ্গুণ হৈয়ো গুণৰ নিয়ন্তা। অপ্ৰাকৃত কৃষ্ণলীলাক লৌকিক নীতিজ্ঞানৰ মাপকাঠিৰে জুখিবলৈ যোৱা মানে হৰক দেখি আনে বিহ-খোৱাৰ নিচিনা আত্মঘাতী প্ৰচেষ্টা। 'ৰাসলীলা'ৰ মাজতেই মহাপুৰুষজনাই বাৰে বাৰে, পাকে-প্ৰকাৰে ৰাসৰ তাৎপৰ্য্য স্পষ্ট কৰি দিয়া সত্বেও ৰাস সম্বন্ধে কৰা বক্ৰোক্তি, বিকৃতি তথা অপব্যাখ্যা মহাপুৰুষীয়া ধৰ্মত চেকা লগোৱাৰ অপচেষ্টা বুলিয়েই কব পাৰি। অৱশ্যে অজ্ঞানী মানৱে অনুপযুক্ত প্ৰয়োগেৰে ধৰ্মক অধৰ্মলৈ ৰূপান্তৰিত কৰি অমৃতক বিহ কৰাৰ সম্ভাৱনা লৈ লক্ষ্য কৰিয়েই ভগৱানে গীতাত কৈছে -

"অৱজানান্তি মাং মূঢ়া মানুষীঃ তনুমাশ্ৰিতম্।
পৰং ভাবমজানন্তো মম ভূত মহেশ্বৰম্।।

অৰ্থাৎ মূৰ্খবিলাকে মোক নাজানে। মই মানৱী তনু ধৰিছো বাবে মোক সকলোৱে মানুহ বুলি ভাবে। মোৰ পৰম ভাব এই মানৱী দেহাতে। মূঢ়, অসুৰ, দানৱ, ৰাক্ষসবিলাকে এই কথা নাজানে। গতিকে "কোনোবাই যদি কৃষ্ণক মানৱ বুলি ভাবি এই ৰাসলীলা চাবলৈ আহে, তেনেহ'লে তাৰ ভক্তিও শেষ, ধৰ্মও শেষ।"

# বিহুগীতত খাদ্যাভাস

খাদ্যই মানুহৰ জীৱন। মানুহৰ খাদ্য সম্পৰ্কে ফৰাচী দাৰ্শনিক Savarin এ কোৱা তাৎপৰ্য্যপূৰ্ণ কথাষাৰ হ'ল - "Tell me what you eat, and I will tell you what you" খাদ্য সম্পৰ্কে এনে এষাৰ যুক্তিপূৰ্ণ কথা হ'ল "A man is what he eats" খাদ্যই মানুহৰ পৰিচয়। প্ৰখ্যাত লেখক Renner H.D. এয়ে – "The origin of food habits" (1944) নামৰ গ্ৰন্থত মানুহৰ খাদ্য ৰীতি সম্পৰ্কে দাঙি ধৰা তথ্যই চকু কপালত তোলে। ভৌগোলিক পৰিবেশ, জলবায়ু, ধৰ্মীয় বিশ্বাস, পৰম্পৰা আদিৰ ওপৰত খাদ্যাভ্যাস নিৰ্ভৰ কৰে। প্ৰকৃতিৰ সন্তান আদিম মানৱৰ সহজলভ্য খাদ্যগ্ৰহণৰ প্ৰকৃতিয়ে সৃষ্টি কৰিছে, খাদ্য ৰীতিৰ বৰ্ণাঢ্য ৰূপ। কাৰোবাৰ বাবে ৰঙে গোন্ধে অসহনীয়, অসহ্যকৰ খাদ্যও কাৰোবাৰ বাবে অমৃত, টকালি পাৰি খায়। গতিকে খাদ্যৰ ভাল বেয়া বিচাৰ কৰিবলৈ গ'লে, ভষ্মাসুৰী শলঠেকত পৰাৰ সম্ভাৱনা। কাৰণ - "যত্ৰ দেশে যদাচাৰ শাস্ত্ৰৰ নিৰ্ণয়।"

অসমীয়াৰ খাদ্যাভাসৰ ইংগিত আছে পুৰণি পুথিৰ পাতত, গীত মাতত। পুৰণি পুথিত থকা ২৫ আৰু ৫০ ব্যঞ্জনৰ সোৱাদেই সুকীয়া। সখী চিত্ৰলেখাই অনিৰুদ্ধ কোঁৱৰৰ বাবে প্ৰস্তুত কৰা ব্যঞ্জনৰ বৰ্ণনাত জিভাৰ পানী পৰে। সাধাৰণতে অসমীয়া গৃহিণীৰ ৰন্ধন প্ৰকৰণৰ "হাত পুথি" হ'ল 'ডাকৰ বচন'। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ "উইল"খনতো আছে৷ অসমীয়া খাদ্যৰ তৃপ্তিকৰ চিত্ৰ।

অসম কৃষি প্ৰধান দেশ। ৰবাৰ্ট ব্ৰিফল্টৰ মতে যতে কৃষি প্ৰধান সমাজ, তাতে নাৰীৰ আধিপত্য আৰু দায়িত্বও বেছি। অসমৰ নাৰী সমাজেও ঘৰে বাহিৰে উধৰ পৰা মূধলৈ কাম কৰিব লাগে। অসমীয়া মাতৃয়ে পৰিয়ালৰ পেটৰ চিন্তাক আগস্থান দিলেও অন্যান্য প্ৰদেশৰ নাৰীৰ দৰে দিনৰ দিনটো ৰন্ধা বঢ়াতে ব্যস্ত থাকিলে গৃহস্থৰ টেকেলি কাতি হ'বলৈ বেছি পৰ নালাগে। তাঁতৰ পাটত সপোনৰ ফুল বাচি বিশ্বক

চমক খুৱাব পৰা অসমীয়া নাৰীৰ ৰন্ধা বঢ়াৰ মতি গতিলৈ চাই ডঃ নির্মলপ্রভা বৰদলৈয়ে কৈছে – "পথাৰে সমাৰে, তাঁতে সূতে ব্যস্ত মানুহজনীয়ে মা-মচলাৰে জুতি লগাই দহখন ৰন্ধাত এতিয়াও গুৰুত্ব নিদিয়ে।" তথাপি অসমীয়া নাৰীয়ে প্রস্তুত কৰা খাদ্যই জিভাৰ জুতিতকৈ শৰীৰৰ পুষ্টিৰ প্রতিহে লক্ষ্য ৰাখে।

বিহুগীতসমূহ অসমবাসীৰ জীৱন ধাৰণ পদ্ধতিৰ চলন্ত বিৱৰণী। বিশেষকৈ মধ্যযুগৰ অসমৰ ৰাজনৈতিক, অর্থনৈতিক, সামাজিক সকলো দিশতে আলোকপাত কৰা এই গীতসমূহত অসমীয়া জাতিৰ খাদ্যাভাসৰো ইঙ্গিত আছে। অনার্য্য-আর্য্যৰ মিলন তীর্থ অসম ভূমিৰ প্রায়বোৰ জাতি গোষ্ঠীৰ খাদ্য ৰীতিৰ মিল আছে যদিও সুকীয়া সুকীয়া বৈশিষ্ট্য নথকা নহয়।

কৃষিজীৱী অসমীয়াৰ 'ভাতেই ভগৱান'। কাৰণ 'ভাতৰ ভাত দিনটৌলৈ থাকে মুখৰ মাত'। বিহুগীতত আছে – "ভোকৰে সুৱদি ভাত"। অসমীয়াই সাধাৰণতে দুবেলা দুসাজ গৰম ভাত খালেও কর্কৰা আৰু পইতা ভাতকো অনাদৰ নকৰে। ভাত লক্ষ্মী। ভাতক অনাদৰ কৰি লক্ষ্মীচাৰা নহয়। মাছ পোৰা, আলু বেঙেনা পোৰাত লোণ, তেল কেঁচা জলকীয়া সানি পইতা ভাতৰ জুতি লোৱা অসমীয়া ডেকাই - "চৰুৰে পইতা উলিয়াই লৈ" ভালকৈ এসাজ খাবলৈ মন কৰে। পইতাই গা জুৰায় - "আইৰে শপনি পইতা পোতনি, চাঙৰে আঠিয়া কল"। পইতা ভাতৰ বহুত গুণ। 'মাঘৰ পইতা বাঘৰ বল' বোলা কথাষাৰ সুৱঁৰিয়েই হবলা নামনি অসমত, মাঘ বিহুৰ ভেলা ঘৰত ডেকা ল'ৰাই চিঞৰি চিঞৰি গায় –

"আইঠা কলে জক্ৰা ভাতে
গোবিন্দ বোলৰে,
শিয়াল বাবুই চাইকেল চলায়
গোবিন্দ বোলৰে।"

"ভোকৰ আঞ্জা ভাত" যদিও ভাত মুঠি খাবলৈ দিহ লাগে। অসমবাসী আমিষভোজী। যোগিনীতন্ত্ৰই কৈছে – "কামৰূপে ন সন্ন্যাস্তথা দীর্ঘ ব্রতং প্রিয়ে। ন তেজং সামিষং দেবী ব্রহ্মাচর্য্যামতং ন চ।।" অর্থাৎ কামৰূপত সন্যাস বিধি বা কোনো দীর্ঘব্রতৰ ব্যৱস্থা নাই। ইয়াত মাছ মাংস ত্যাগ কৰাৰ বিধি বা ব্রহ্মাচর্য্য মতো নাই। তাহানি আমাৰ মহাপুৰুষ দুজনাইও "মাটি খাৰে, মাছে পানীয়ে সজ" – ঠাইকহে বসবাসৰ উপযোগী বুলি ব্যক্ত কৰি গৈছে।

নৈ, বিল পৰিবেষ্টিত অসমত মাছ-কাছ-দুৰা উভৈনদী। হাবিত পহু, গড়, গাহৰি, নানা বনৰীয়া চৰাই চিৰিকতি। বাৰীয়ে ঘৰে শাক পাত, পা-পাচলি। পথাৰত মাহ সৰিয়হ। তাহানি অসমৰ এই জয় জয় ময় ময় অৱস্থা দেখিয়েই ফৰাচী ভ্ৰমণকাৰী বেপটিষ্ট টেৱাৰ্নীয়েৰে লিখি থৈ গৈছে— "অসম দেশ সুনীয়া সঁফুৰা। মনুষ্য জীৱনত উপভোগ কৰিব পৰা সকলো বস্তুকে ইয়াত পাবলৈ আছে। এচিয়াৰ ভিতৰত ই উৎকৃষ্ট দেশ। ইয়াৰ মানুহে ওচৰ-চুবুৰীয়া কোনো দেশৰ ওচৰত একো বস্তুৰ নিমিত্তেই হাত পাতিব নালাগে।" (বেণুধৰ শৰ্মাদেৱৰ "বুৰঞ্জীৰ সঁফুৰা)

অসমীয়া সংস্কৃতিত উৰ্বৰতাৰ প্ৰতীক হিচাবে প্ৰায় সকলো মাংগলিক কাৰ্য্যতে আগস্থান পোৱা মাছে বিহুগীততো এখনি সুকীয়া স্থান দখল কৰি লৈছে। বিহু গীতত "মাছে গৰকা পাচলি" খোৱা অসমীয়াৰ খাদ্য তালিকাত বৌ, চিতল, বৰালী, শাল, শিঙি, শ'ল, পাভ, এলেং, মাগুৰ, মালী, মোৱা, দৰিকনা, চন্দা, নাৰ, ভাঙোন, চেঙেলি আদিৰ উল্লেখ আছে—

"গধূলি বজাৰৰ পাভ মাছ কিনিলো
খৰিছা টেঙা দি ৰান্ধো।

খৰিচা উজনিৰ। নামনিৰ মানুহে পকা খৰিচা, শুকান খৰিচাৰ জুতি ল'লেও বুধি লব নোৱাৰে, কাৰণ এই অঞ্চলৰ মানুহে বাঁহ গাজ নাভাঙে, নাকাটে। কাটিলে হেনো বংশ নাশ হয়।

বিহু গীতত ঠায়ে ঠায়ে প্ৰতীক অৰ্থতো মাছৰ ব্যৱহাৰ হোৱা দেখা যায়। সেয়ে

"চিলাই পুঠিমাছ নিলে ও শাহু আই
চিলাই পুঠিমাছ নিলে।
সেই কথা শুনি মৰমৰ শাহু আই
সাত জাপ কাপোৰ লৈ শুলে।"

আমিষভোজী অসমীয়াই পহু, গাহৰি, হাঁহ, পাৰ, ছাগলী আদিৰ মাংস খোৱাৰ কথা বিহুগীতত উল্লেখ আছে এনেদৰে—

"খাবলৈ মন গ'ল বগী হাঁহ এজনী,
চোবাব নোৱাৰো ঠেং"।

হাঁহ-কুকুৰাৰ কণীৰ লগতে লুইতৰ বালিত পোৱা কাছৰ কণীও অসমীয়াৰ প্ৰিয় খাদ্য।

বহাগ বিহুত ১০১ বিধ শাকেৰে "সাত শাক" খোৱা, চকুপানীৰে ধৰণী সজীৱ কৰা শাকম্ভৰী দেৱীৰ পূজা, "শাকে শুক্তি ভক্ষণ, সেই পুৰুষৰ লক্ষণ" আদি কথা অসমীয়াৰ শাক প্ৰীতিৰ নিদৰ্শন। বিহুগীতত "শাকৰ চিকন লাই", লফা, চুকা, ঢেকীয়া বাবৰি, ভেদাই লতা, থুতৰা আদিৰ উল্লেখ আছে। বিহুৰ বতৰত অসমীয়া গাভৰুৱে "চাপৰি চাপৰি বাবৰি তোলে'। কচু অসমীয়াৰ সহজলভ্য ৰুচিকৰ প্ৰিয় খাদ্য। বিহুৱা ডেকাই গায় —

"মাৰে তুলিলে কত দুখ কৰি,
খালৰ পানী কচু খাই।।"

পাচলিৰ ভিতৰত আলু, বেঙেনা, বিলাহী, ভাত কেৰেলা, তিতা কেৰেলা, পচলা, লাউ, জিকা, উৰহীৰ বিশেষ উল্লেখ আছে —

"বাৰীৰ পাছ ফালে কুতুলা উৰহী
ঘন ঘন মেলিলে পাত।"

বিহুৰ সময়ত বুকুৰ বহনাই 'নতুন হেদামৰ এদা আলু কচু' চেনাইলৈ টোপোলা বান্ধে। বিহুগীতত দাইল বুলিবলৈ মাটি মাহ, মগু মাহ আৰু লেচেৰা মাহৰহে উল্লেখ আছে। অসমত সৰিয়হ তেলৰ ব্যৱহাৰ নতুন কথা নহয়। বিহুৱা ডেকাই আক্ষেপ কৰে — "সৰিয়হ বোলো নানান দুখেৰে দেশৰ গৰু মহে খালে।' উল্লেখযোগ্য যে তেলৰ ব্যৱহাৰ থাকিলেও অসমীয়া জিভাই ভাতত দিয়া, পাতত দিয়া, ভাপত দিয়া, খৰিকাত দিয়া, পোৰা পিতিকাতহে বেছি জুতি পায়। বৰং কিছুমান আঞ্জাত অধিক তেলৰ ব্যৱহাৰে আঞ্জাৰেই জুতি মাৰে। অসমীয়া ফকৰা যোজনাত তাৰেই ইঙ্গিত আছে — "লাজ লাগিছে নাকত, তেলনি মাৰিছে ভতুৱা শাকত।"

"টেঙা, তিতা, খাৰ - ই তিনি ভোজনৰ সাৰ' বোলা অসমীয়াৰ আঞ্জাত মচলা ব্যৱহাৰ কৰা অভ্যাসটোও পুৰণি —

"আঞ্জাৰে শুবনি হালধি মছলা, গাখীৰৰ শুবনি দৈ।"

প্ৰেয়সীক লগ পাবলৈ এন্ধাৰে মুন্দাৰে বাৰীৰ পিছ ফালে মহ দাহৰ কামোৰ খাই বহি থকা অসমীয়া ডেকাই কয় —

"কেতিয়া বতিবা জালুক জলকীয়া, কেতিয়া ৰান্ধিবা ভাত"।

জালুক মূলতঃ উজনিৰ সম্পদ। "গুৰুচৰিত কথা"ত এই কথা স্পষ্ট - "ই দেশত নাই উজনিত প্ৰচুৰ পৰিমাণৰ।" বিহুগীতত "জালুক জলকীয়াই পোৰা",

"নগা জলকীয়া" আদিৰ উল্লেখ অসমীয়াৰ "ভোজন ঠেলা" জলকীয়া প্ৰীতিৰ আভাস দিয়ে। দুতীৰাম হাজৰিকাৰ "কলি ভাৰত" নামৰ পদ্য বুৰঞ্জীত গদাপাণি কোঁৱৰৰ জলকীয়া প্ৰীতিৰ বৰ্ণনা অতি চমৎকাৰ –

"ভাল শাক ভাজি দিবি ভাল ভাল কৰি;
একপোহা মান জলকীয়া দিবি পুৰি।"

পিছে তেল মছলা যিমানে নাথাকক "যত নেদা বেহৰ বতি, লোণ নহ'লে সকলো মাটি।" এটা সময়ত অসমত লোণ আছিল দুষ্প্ৰাপ - 'লোণে সোণে সমান'। লোণৰ বাবেই আহোম আৰু নগাৰ মাজত খকা খুন্দা লগাৰ কথা বুৰঞ্জীতো আছে। নগা পাহাৰ আৰু শদিয়াৰ মহঙত আছিল লোণৰ পুং। গতিকে নামনিতকৈ উজনিত লোণৰ ব্যৱহাৰ আছিল বেছি। নামনিৰ মানুহে লোণৰ সলনি ব্যৱহাৰ কৰিছিল খাৰ। এই অঞ্চলৰ মানুহে 'মহঙত নুন সস্তা, দেহৰ বা কি অৱস্থা' বুলি লোণৰ বাবে হা-হুমুনিয়াহ কাঢ়িছিল। বিহুগীতত খাৰৰ তেনে উল্লেখ নাই। লোণৰহে উল্লেখ আছে

"ধন মহঙলৈ গ'ল
লোণ ভাৰ এৰি মাটি ভাৰ আনিলে
ঠাই মচিবৰে হ'ল"।

ভাতসাজৰ পিছতেই আহে জা-জলপানৰ কথা। অসমীয়া সমাজৰ পিঠা পনাৰ নামে আঙুলিৰ পাব নধৰে। বিহুগীতত আখৈ, চিৰা, দেৱা ভজা চিৰা, সান্দহ, পিঠাগুৰি, বকুল বৰা ধানৰ কৰাইৰ বিশেষ উল্লেখ আছে – "ধনলৈ বুলি খুন্দো পিঠাগুৰি পৰুৱা পিপৰাই খায়, চাবে দিয়া গাখীৰত মোলান পৰি গ'ল, সোন্দা কল মৰহি যায়"।

অসমীয়াৰ চাহপানী খোৱা অভ্যাসটিও পুৰণি। বিহুগীতে "চাহপানী তপতাই, কোনে দিব যতনাই" বুলি চাহ প্ৰীতিৰ কথা কয়। খোৱা লোৱাৰ ক্ষেত্ৰত – "আগে জল পাছে ফল" বুলি মানি চলা অসমীয়াই বতৰৰ ফল বতৰতহে খায়। কাৰণ "যি নাখৈ বতৰৰ ফল, সি যায় ৰসাতল।" চীনা পৰিব্ৰাজক হিউয়েনচাঙ অসমৰ ফলমূলৰ গুণানুকীৰ্ত্তনত পঞ্চমুখ। বিহুগীতত "সুফল কদলী" - সোন্দাকল, জাহাজী, আঠিয়া, মালভোগ আদিৰ লগতে আম, কঠাল, নাৰিকল, কুঁহিয়াৰ, পনিয়ল, বগী জামু, গোলাপী জামু, তিয়ঁহ, চিৰাল, ডালিম আদিৰ বৰ্ণনা ৰহস্যৰহীয়া – "আহাৰে শাওঁনে আম কঠাল পকিলে, কলীয়া হলৌৰে খায়।"

বিহুগীতত – "জাৰণিৰ মাজৰ জবা"কে আদি কৰি জেনেক, থেৰেজু, ৰবাব, থেকেৰা, কৰ্দ্দৈ, নাৰেঙা, ঔ টেঙা আদিৰ বৰ্ণনা অতি লোভনীয় – "কোনে আনি দিব লোণে আমলখি, কোনে আনি দিব জবা"।

উল্লেখযোগ্য যে বিহুগীতত থকা বহুতো ফল প্ৰতীকধৰ্মী। বিহুৱা ডেকাই আকাৰে ইঙ্গিতে মনৰ কথা ব্যক্ত কৰে – "খাবৰ মন গ'ল নেমুটেঙা দুটি, কেতিয়া খাবলৈ পাম।"

অসমীয়াৰ লাজৰ কাজৰ সাৰথি তামোল পাণে বিহুগীততো বৰপীৰা পাইছে। বলবৰ্মা আৰু আদিত্য সেনৰ তামৰ ফলিত লোহিত্য তীৰত তামোল পাণৰ বাৰীৰ উল্লেখ আছে। কুমাৰ ভাস্কৰ বৰ্মাই মহাৰাজ হৰ্ষবৰ্দ্ধনলৈ কেঁচা তামোলৰ ঠোক পঠিয়াই অসমীয়াৰ "তামোল তেলে চিৰি,ভাতে কাপোৰে গিৰি" বোলা কথাষাৰৰ সত্যতাৰ প্ৰমাণ দিছিল। অসমীয়া ডেকা-গাভৰুৱে তামোল খনিৰ বুকুতেই বিচাৰি পায় পিৰিতিৰ বতৰা। "কিনো তামোলখনি দিলা মোৰ মইনা অতি চেনেহেৰে খালো"। চেনেহীয়ে তামোলৰে আহুদিও কৰে – "থুৰীয়া তামোলত আহুদি কৰিলা; পানীত পৰি নুজুৰায় গা।"

বঙালী মদাৰৰ পাণেৰে লং গুটি , এলাচি দি তামোল খোৱা চেনাইৰ সেন্দুৰীয়া গালত ৰূপৰ ৰহণ চৰে, গা ৰাই জাই কৰে বাবেই অসমীয়াই যাৰে তাৰে হাতে কটা তামোল নাখায় – "তোমাৰ কটা তামোল নাখাও লাহৰি, আমাৰে মৰিব কুল।"

'তামোল দি নেদে চুণ মেৰ ঘৰতে এৰে ঘূণ', কথাষাৰে গুৰুত্ব বুজোৱা বগী চুণৰ কথাও বিহুগীতে পাহৰা নাই – "হাবিৰ বহুৰ পতা দি যাও বালি ভেটা, জোনাই শামুকৰ চুণ।"

যোগিনী তন্ত্ৰতো অসমীয়া তিৰোতাৰ তামোল প্ৰীতিৰ নিদৰ্শন আছে -"স্ত্ৰীনাং তাম্বুলাশা সদা ভাবেৎ"। এচাম অমসীয়াই সুষম খাদ্যৰ লগতে নিচাযুক্ত দ্ৰব্যও ব্যৱহাৰ কৰিছিল। অনাৰ্য্য অধ্যুষিত অসমত লাউপানীৰ ব্যৱহাৰ ভাতৰ লগত পানী খোৱা কথা। তথাপিও বিহুগীতত লাউপানীৰ উল্লেখ নথকাতো বিচাৰ্য্য বিষয়। কানি খাই আথানি আবানি হোৱা অসমীয়াৰ কথাও বিহুগীতত উল্লেখ আছে —

"কানীয়ালৈ নাযাবি কানি দিব লাগিব
বাতি দিব লাগিব মাজি
কানি তিতা মাৰোতে পিঠা দিব লাগিব
তাকো দিব লাগিব ভাজি।"

কেপ্টেইন ওৱেলচৰ পাল্লাত পৰি নাজল নাথল হোৱা 'ৰৰ কানীয়া' অসমীয়াৰ চিত্ৰখনি বাঁহীৰ পাতত জিলিকি আছে এনেদৰে –

"ধইন ধইন অসমীয়া ধইন ধইন কানি
মৰোতেই মৰো যেন মুখত কানিৰ পানী।"

১৮৬০ চনত কানি বৰ্জন আন্দোলন গঢ়ি নুঠা হ'লে কোনে জানে অসমীয়াৰ বা কি দশা হ'লহেতেন। ৰামায়ণৰ দিনৰ পৰাই বিৰহ, দুখত বিহ খোৱাৰ হেপাহ (!) দেখা যায়। প্ৰেমত কোনোবাই শতক শালিলে, 'হোৱা ভাতক চাউল' কৰিলে অসমীয়া ডেকাই মনৰ বেজাৰতে কয় – "মিচিমি আহিব বৰ বিহ আনিব, তাকে খাই পাহৰিম তোক।"

খাদ্যাভাস বুলি ক'লে অকল খাদ্য তালিকাখনেই যথেষ্ট নহয়। খাদ্যৰ প্ৰকাৰ, ৰন্ধন প্ৰণালী, পৰিবেশন ৰীতি, আহাৰ গ্ৰহণৰ নীতি নিয়ম ইত্যাদি এশ এটা কথা সাঙোৰ খাই আছে। "যি নাই বিহুগীতত সেই নাই অসমত" বুলি অসমীয়াৰ মান ৰঁটা লৈ অহা বিহুগীতত একো কথাৰে অভাৱ নাই। অভাৱ গীতবোৰৰ সমাজ তাত্বিক বিশ্লেষণৰ। "ঘৰৰ খাই পৰৰ গুণ গোৱা অসমীয়াই অসমৰ খাদ্যত জুতি নাপায়। তথাপি অসমীয়া নাৰীয়ে বিয়া বিহুৰে, উচৱে পাৰ্বনে আজিও নিজৰ খাদ্যাভাস পৰিত্যাগ নকৰি কিঞ্চিত হ'লেও বঞ্চিত কৰা নাই। যন্ত্ৰযুগৰ প্ৰভাৱতো অসমীয়া খাদ্যই সাধুকথাৰ পেটত সোমাল। ৰন্ধাবঢ়া, সংৰক্ষণ আদিৰ ক্ষেত্ৰত নতুন নতুন কলা কৌশল আয়ত্ব কৰিব পৰাতো গৌৰৱৰ কথা হ'লেও নিজৰ পৰম্পৰাগত খাদ্যৰ প্ৰতি আগ্ৰহ তথা সচেতনতা নাথাকিলে অসমীয়া খাদ্যৰ আৰ্হিৰ বাবে যাদুঘৰেই হ'ব অগতিৰ গতি।●

# "সাত-শাক তোলা বিহু"ৰ অতীত আৰু বৰ্ত্তমান

বহাগ বিহু মূলতঃ কৃষি উৎসৱ। পুৰণি দিনৰ কৃষি নিৰ্ভৰশীল অসমীয়া সমাজখনিৰ আচাৰ বিচাৰ, ধ্যান-ধাৰণা, ধৰ্ম বিশ্বাসৰ মূৰ্ত্ত প্ৰকাশেই হ'ল বিহুৰ বৈশিষ্ট্য। আকাশক পিতৃ আৰু পৃথিৱীক মাতৃ ৰূপে কল্পনা কৰা অসমীয়া মানুহৰ বাবে আই বসুমতী অতিকৈ আপোন, চেনেহৰ জননী। বিহু, প্ৰকৃতি প্ৰীতিৰ অন্য এটি ৰূপ। অসমৰ পণ্ডিত সমাজে – "১। চ'ত বিহু ২। ৰাতি বিহু ৩। গৰু বিহু ৪। মানুহ বিহু বা চেনেহী বিহু ৫। কুটুম বিহু ৬। মেলা বিহু বা হাট বিহু ৭। চেৰা বিহু বা এৰা বিহু" — বুলি নামকৰণ কৰা সাত বিহুৰ বিভিন্ন আচাৰ অনুষ্ঠানৰ ভিতৰত শাক খোৱাতো অপৰিহাৰ্য্য। উজনি অসমত গৰু বিহুৰ দিনা এশ এবিধ শাক একেলগ কৰি ভাজি খায়। নামনি অসমতো, বিশেষকৈ বৰপেটাত মানুহ বিহুৰ দিনাখন অৰ্থাৎ "বৰদোমাহী"ৰ দিনাখন ৰাতিপুৱাই উঠি প্ৰথমে তিতা, দ্বিতীয়তে পঞ্চামৃত আৰু তৃতীয়তে এশ এবিধ শাকেৰে প্ৰস্তুত কৰা "দাৰুভাজা" খায়। এই দাৰুভাজা সকলো ৰোগৰ মহৌষধ। বৰপেটা অঞ্চলৰ লোকবিশ্বাস, –"বিহুত বিহো অমৃত হয়।" গতিকে প্ৰকৃতিৰ বুকুত থকা যিকোনো এশ এবিধ বাৰী বাত্‌লা শাক পাতৰ আগ আনি দাৰু ভাজা প্ৰস্তুত কৰিব পাৰি। এইক্ষেত্ৰত অৱশ্যে মানুহে চিনাকি শাক পাতহে সংগ্ৰহ কৰে।

বৰদোমাহিৰ দিনাখন ৰাতিপুৱা ভাগত দাৰু ভাজা যেনেকৈ অপৰিহাৰ্য্য, মাছে মঙহেৰে প্ৰস্তুত কৰা ৰাতিৰ সাজতো সাতশাকৰহে আগ স্থান। সাত শাক বুলি ক'লে ইয়াত যে কেৱল সাত বিধহে শাক থাকিব লাগিব সেইটো নহয়, বাৰে মিহলি শাকৰ লগত আমৰ কলি, কঠালৰ মুচি আদিও সৰু সৰুকৈ কাটি দিও সাত শাক খায়।

নামনি অসমৰ মহিলাসকলে প্ৰথম বিহুৰ দিনাখন গীত পদ গাই ৰং ধেমালি কৰি পথাৰত, নৈৰ পাৰত শাক তোলে। তেওঁলোকে গায় –

"সাতশাকৰ কি কি নাউ
পাৰ্বতী নাউ হে,
সাতশাক তুলি ঘৰোক যাওঁ।"

এই অনুষ্ঠানটি অঞ্চল বিশেষে – "সাত শাকেতী" "সাথেক তোলা" বা "সাত শাক তোলা বিহু" বুলিও কয়। সাত শাক তোলা অনুষ্ঠান মানেই "পমিলাৰ ৰাজ্য" – তাত পুৰুষৰ প্ৰৱেশ নিষেধ। এনেয়ে বসন্তকাল, তাতে আকৌ পথাৰৰ নিৰ্জনতা। চাৰিবেৰৰ মাজত আবদ্ধ হৈ থকা মহিলা সমাজে প্ৰকৃতিৰ বুকুত মুকলি মূৰীয়াভাৱে নাচে। গীত গায়। ৰং ধেমালি কৰে। ৰং ধেমালিৰ মাজতো ধৰ্মীয় পৰম্পৰাৰে বান্ধ খাই থকা আইসকলে পথাৰৰ মাজতে নাম ধৰে, হৰি কীৰ্ত্তন কৰে।

নামনি অসমৰ প্ৰায় সকলো অঞ্চলতে এই সাতশাক তোলা অনুষ্ঠানটি আছে যদিও, বৰপেটাৰ ভকতপাৰা, ৰায়ত পাৰা, মাজৰ মাখাৰ কৈৱৰ্ত সমাজৰ মহিলাসকলে পালন কৰা সাত শাক তোলা বিহুৰ ৰং ৰূপ সুকীয়া। ই এটি গোপন অনুষ্ঠান, য'ত মাত্ৰ বয়সস্থা মহিলা সকলেহে অংশ গ্ৰহণ কৰে। বহাগৰ প্ৰথম দোমাহীৰ দিনা ভকতপাৰা, ৰায়তপাৰাৰ আইসকলে কিম্বদন্তীৰ সাক্ষী, একমাত্ৰ বৰপেটাৰ নিজস্ব সম্পদ 'কৃষ্ণৰ খোৱা মাটি' থকা চাক্‌লাৰ পথাৰলৈ সাত শাক তুলিবলৈ যায়। মূৰত ডাঙৰ শৰাই এখনি তুলি লোৱা এগৰাকী বয়সস্থা মহিলাক আগ কৰি আইসকলে "বাট বুলনিৰ গীতেৰে পথাৰ ৰজনজনাই তোলে –

"যাদৱ এ নাযাবা এৰি
গোপিনীৰ লগতে আহিছে হৰি।
যাদৱ এ নাযাবা এৰি।"

চাক্‌লাৰ পশ্চিম ফালে থকা 'পিতৰ পাৰত' আইসকলে ওপৰত চন্দ্ৰতাপ আঁৰি, দক্ষিণ মুৱাকৈ 'বুঢ়া গহে'ৰ থাপনা পাতে। ধূপ-ধূনা বন্তি জ্বলাই, নিমখ আৰু চেনিৰ নৈবেদ্য আগবঢ়ায়। প্ৰথমে নাম কীৰ্ত্তন কৰে। এই নামত শিৱ-পাৰ্বতীয়ে আগস্থান পায়। নামৰ পিছতেই আৰম্ভ হয় বিহু নাচ, বিহু গীত। কেইগৰাকীমান ৰাংঢালী মহিলাই পুৰুষাংগৰ প্ৰতীক শিল, কল, তিয়ঁহ ইত্যাদি প্ৰাকৃতিক সম্পদ ব্যৱহাৰ কৰি পুৰুষৰ ভূমিকা লয়। দুই এগৰাকী বুঢ়ী আইতাই জন্মৰ সাজেৰেই বিহুতলিত প্ৰৱেশ কৰি গায় –

"বিহুৰে বিৰিণা পাত ও মইনা
বিহুৰে বিৰিণা পাত,
বিহু থাকে মানে বিহুকে বিনাবি
বিহু গেলি বিনাবি কাক।"

পথাৰত সমবেত হোৱা সকলো মহিলাই যে নৃত্য গীতত অংশ গ্ৰহণ কৰিব লাগে তাৰ কোনো ধৰা বন্ধা নিয়ম নাই। তথাপি উলাহৰ মাদুলি হৈ পৰা নাচনীসকলে কাকো ৰেহাই নিদিয়ে। গীতৰ প্ৰতিটো স্তৱকৰ অন্তত "হৈ, হৈ" উচ্চাৰণ কৰি গৰু খেদা দি প্ৰত্যেককে খেদি লৈ ফুৰে। তেওঁলোকে গায় –

"পাঘাবোটু নবোটু
তিনি গুণীয়া,
তাইৰ নেচ্‌না চিকন তিৰি
ভাতাৰ ঘূণীয়া।"

নাচনীসকলে কামোদ্দীপক গীত আৰু নৃত্য ভংগীৰে লাজুকীৰ লাজ ভাঙে-

"আমি গেইলু আম পাৰিতে
চেংৰি বৈল মাটিতে
আম ফেলে দি
চেংৰিৰ বুকোতে।
ও চেংৰি ভাল নাপালু তোক
আমৰ গাছত তুলে দি
গালি খুবলি মোক।"

নৃত্য আৰু গীতৰ মাজতেই ইজনায়ে সিজনীৰ গালৈ পানী চতিয়ায়। নাচি বাগি ভাগৰি নপৰা নাচনী সকলৰ দেহা ঘামত তিতি যায়। তেওঁলোকে গায় —

"কি কৰিলা
কি কৰিলা
আমাৰ শৃংগাৰ ভিজাইলা।"

লাহে লাহে লাজৰ ওৰণি আঁতৰি যায় – 'জাকৰ কাৰৈ জাকে উজায়। নানাচো বুলি থকা জনীও নাচে, গীত গায়। এটা সময়ত ৰং ধেমালিৰ মাত্ৰা চৰি কাৰো মুখতে আঁৰ বেৰ নাথাকে। নাৰী পুৰুষৰ যৌন জীৱনক ইঙ্গিত কৰি দুই এটি

অশ্লীল শব্দৰে কিছুমান গীত গায় –

"আইথেক যাউ বোলি
বাইথেক চাপিলু
বাই তুলছে বাবেৰি শাক,
বাইয়ে নামাতলাক
ভিনিয়ে মাতিলাক
আজি ৰাতি চাৰ্‌দাৰ থাক।
এ, ক, খ, গ, ঘ, উঙা.....

নাথাকু নাথাকু
বুকুৰো ভিন্‌হিও
ঘৰতো নাহিলু সুধি –
আজি ৰাতি মৰিবা খুজ্‌ছিলু
বাঘিনী পৰসূতা উঠি।
এ, ক, খ, গ, ঘ, উঙা।

উজনি অসমৰ মহিলাসকলেও পথাৰৰ চাৰিওফালে জেং পুতি মাজতে জেং বিহু পাতে। তাতো ডেকা ল'ৰাই লুকাই চুৰকৈ জেং বিহু উপভোগ কৰে। নামনি অসমতো ইয়াৰ ব্যতিক্ৰম নহয়। দুষ্ট, অঘাইটং, গৰখীয়া ল'ৰাই গছৰ ওপৰত উঠি, জোপোহাৰ আঁৰত থাকি লুকাই চুৰকৈ এই বিহু চায়। কেতিয়াবা ধৰা পৰে। নাচনীবোৰে এই অঘাইটং ল'ৰাবোৰক শিশুপাল খেদা দিয়ে। দুই এজন হেবাং ল'ৰাই হাতে লোটে ধৰা পৰি আবুয়েকসকলৰ চৰ-ভুকু খাই লটিঘটি হয়। আইসকলে এনেকুৱা বিপৰ্য্যয়ৰ সন্মুখীন হ'ব লগাত পৰে বাবে হয়তো তেওঁলোকে গায় –

"ও চেংৰা তোৰ লাগ্‌ছে বাসনা
ও তই টানাটানি নকোৰ্‌বি
ও মোৰ কাপুৰ হৈছে পুৰণা। ও চেংৰা.......
ও মই গালি দুলি নাপাৰু
ও মোৰ যৌৱন গেইছে ভাটিয়া। ও চেংৰা...
ও চেংৰা মোৰে চলি আছে দুইহ্‌ৰেতে

ও চেংৰা মোক নাপাত্‌পা।..... ও চেংৰা .
ও চেংৰা মোক ফুটপাটৰ কাপোৰে
ও চেংৰা মোক ভুলাবা নোৱাৰা।
ও চেংৰা তোৰ লাগছে বাসনা।

বৈষ্ণৱ পৰম্পৰাৰে পুষ্ট বৰপেটাৰ কৈৱৰ্ত্ত সমাজৰ আইসকলে সাতশাক তোলা বিহুৰ মাজতেই ৰাসলীলাৰো কল্পনা কৰা যেন অনুমান হয়। এনেকুৱা যৌন ধৰ্মী গীত কিয় গায় বুলি প্ৰশ্ন কৰোতে এগৰাকী বয়সীয়াল মহিলাই কৈছিল "আগতে পথাৰৰ মাজতে নাৰী পুৰুষৰ বোলে মিলনো হৈছিল" কথাষাৰ বিশেষ তাৎপৰ্য্যপূৰ্ণ।

বিহুৰে বলীয়া কৰিলেও ঘৰৰ দায়িত্বই সদা সচেতন কৰি ৰখা আইসকলে চাকা পাতত বহাৰ আগে আগে পুনৰাই নাম-গুণ গাই উক্ত অনুষ্ঠানৰ সামৰণি মাৰোঁ মুকলি মনেৰে গীত-পদ গোৱা বাবে দোষ অপৰাধ নধৰিবলৈ থাপনাৰ আগত সাষ্টাংগে প্ৰণিপাত জনায়। উল্লেখযোগ্য যে পথাৰৰ মাজতে শৰাই নাভাঙে। পথাৰত পোৱা বাৰে মিহলি শাকৰ বোজা লৈ আইসকলে আহি "নালী বিলৰ" পানীত গা ধুৱে। তাৰ পাছত ভকত পাৰাত থকা সমূহীয়া নামঘৰলৈ গৈ নাম-প্ৰসংগ কৰিহে প্ৰসাদ বিতৰণ কৰে।

ইতিহাসে ঢুকি নোপোৱা দিনৰে পৰা অনুষ্ঠিত এই সাত শাক তোলা বিহু কেৱল মাত্ৰ নৃত্য গীতৰেই অনুষ্ঠান নহয়। সাত শাক তুলিবলৈ যোৱা মহিলাসকলে পথাৰৰ মাজতে নানা খেল খেলে। তাৰ ভিতৰত 'কধ্ৰা খেল' প্ৰধান। শকত বেত এডাল ঘূৰণীয়া কৰি লৈ তাৰ ওপৰত নতুন গামোচা মেৰাই 'কধ্ৰা' সাজে। কধ্ৰাটো মাজতে ৰাখি দুয়োফালে সমান সংখ্যক মহিলাই ককালত ধৰা-ধৰি কৰি 'কধ্ৰা' টানে।

সুৰৰ মাজতেই জন্মগ্ৰহণ কৰা বৰপেটাৰ কৈৱৰ্ত সমাজৰ আইসকলে বিশেষভাৱে পালন কৰা এই সাত শাক তোলা বিহুৰ বিশেষ তাৎপৰ্য্য আছে। বিহু মৰা পথাৰখন বন্ধ্যা নাৰীৰ পবিত্ৰ ক্ষেত্ৰ। ইয়াত সকলো জাতি গোষ্ঠীৰ সন্তানহীনা নাৰীয়ে শক্তি ইচ্ছাই ভক্তি কৰি চেনি, নিমখ আগবঢ়াই আইসকলৰ আশীৰ্বাদ লয়। ভকতিৰ বলেৰে প'লত পানী আনি জাত্যাভিমানীৰ মুখত ছাঁই সানি থৈ যোৱা, আই ৰাধিকা শান্তিৰ বংশৰ মহিলাসকলে "ভগৱন্তক হিয়ে ধৰি" অন্তৰ উজাৰি আশীৰ্বাদ দিয়ে। বিহু পথাৰৰ মাটি আৰু দুবৰি খাই সন্তানৰ জননী হোৱা মাতৃসকলে আজিও

দূৰৈৰ পৰাই বিহু পথাৰলৈ সাতোটি সেৱা জনায়। এয়া অসমৰ আদিম সমাজে পালন কৰা প্ৰায়বোৰ অনুষ্ঠানৰ অন্তৰালত থকা "উৰ্বৰা বিশ্বাসৰ প্ৰভাৱ"। সেয়েহে অসমৰ বিশিষ্ট পণ্ডিত ডঃ লীলা গগৈ দেৱে তেখেতৰ "অসমৰ সংস্কৃতি" নামৰ গ্ৰন্থত কৈছে যে – "বিহু উৎসৱৰ সকলো অনুষ্ঠানেই উৰ্বৰা ধাৰণাৰ ভেঁটিত প্ৰতিষ্ঠিত।"

সাত শাক তোলা বিহুৰ নৃত্য ভংগীত আছে সৃষ্টিৰ ইঙ্গিত। গীতবোৰো সৃষ্টি প্ৰক্ৰিয়াৰ সূক্ষ্ম বিশ্লেষণ। সৃষ্টিৰ বাবেই নাৰী পুৰুষৰ মিলনৰ আৱশ্যক। গতিকে এই মিলন প্ৰক্ৰিয়া অপবিত্ৰ নহয়। ভাৰতবৰ্ষৰ পুৰণি ভাস্কৰ্য্য, পুৰণি সাহিত্য ইয়াৰ জলন্ত নিদৰ্শন। অসমৰ বুকুত সিচঁৰতি হৈ থকা 'যোনীপীঠ' আৰু 'শিৱলিঙ্গ' সমূহেও তাকেই সোঁৱৰাই দিয়ে।

সাতশাক তোলা বিহু গীতবোৰত সমসাময়িক সমাজখনৰ চিত্ৰ অতি স্পষ্ট।

"নলোৰে যে দুৱাৰখেন
পাথেলি যে হাঙাৰ ডেল,
দো বইনী যে আছিলু শুই
চাঙে বোলে কেউট কেউট ইত্যাদি।

সাতশাক তোলা বিহু গীতৰ আন এক বিশেষত্ব হ'ল গীতৰ মাজেৰে নাৰী আৰু পুৰুষৰ অংগ প্ৰত্যংগৰ সৌন্দৰ্য্য আৰু লক্ষণৰ বিশেষ বৰ্ণনা। বাৎসায়নৰ কামসূত্ৰই নিৰ্দ্দেশ কৰা নাৰী পুৰুষৰ শাৰীৰিক লক্ষণৰ চানেকি বিহুগীতবোৰৰ মাজত দেখিবলৈ পোৱা যায়। গীতবোৰত নাৰী পুৰুষ উভয়ৰে অংগ প্ৰত্যংগৰ সৌন্দৰ্য্য আৰু প্ৰয়োজনীয়তাৰ বিষয়ে উল্লেখ কৰিলেও পুৰুষৰ ফালেহে পক্ষপাতিত্ব কৰা দেখা যায়। গীতবোৰৰ ধাৰণা পুৰুষৰ বাবেহে "বৰলা ছৱালে পথাৰত চাৰিলা গৰু"। কিছুমান গীতত নাৰীৰ কুস্বভাৱৰ কথা আঁৰবেৰ নোহোৱাকৈ উদঙাই দিছে। লেতেৰা নাৰীক ব্যংগ বিদ্ৰূপ কৰা, সেই নাৰীৰ হাতেৰে তামোল পাণ খাবলৈকো কুণ্ঠাবোধ কৰা আনকি তেনেকুৱা "গনহ্ অল" নাৰী কাষলৈ আহিলেও লেই লেই চেই চেই কৈ খেদি দিয়া চিত্ৰ বিহুগীতৰ মাজত ফুটি উঠিছে –

"এত্ দেইতি সেত্ দেইতি
আগোৰ পেৰা গুচ।।
ক, খ, গ, ঘ, উঙা ইত্যাদি।

সাত শাক তোলা কিছুমান গীত হাস্য ৰসাত্মক। অতীতৰ পৰাই অসমীয়া সমাজত আবু, নাতিনী, বৌ, ননদ, ভিনীহি, খুলশালীৰ মাজত ঠাট্টা মস্কৰা, মুখ চুপতি চলে। এই বিষয়ৰ অনেক ৰসাল গীতেৰে অসমীয়া লোক সাহিত্য ৰসে চৌ চৌ। কিন্তু সাত শাক তোলা বিহু গীতত শহুৰ, ভাই শহুৰ, ভনী জোঁৱাই আদিৰ নিচিনা শ্ৰদ্ধা ভক্তি তথা মৰম চেনেহৰ সম্পৰ্কৰ মাজতো ৰং ৰহইচ কৰা লঘু কথা দেখা যায়। যেনে –

"আমোকে লাগিয়ে মই দলি মাৰিলো
কি বোলি তেতেলি সৰে, –
বইনী জামাই বোলি দিলু ঢাৰা পাৰি
কি বোলি দুদ্‌তে ধৰে।"

এই গীতসমূহ সহজ-সৰল মনৰ স্বতঃস্ফূৰ্ত অভিব্যক্তি। ইয়াত লুকঢাক নাই। স্বাভাৱিকতাই ইয়াৰ ধৰ্ম। সেয়েহে পৃথিৱীৰ প্ৰায় সৰ্বত্ৰতে এনেকুৱা শৃংগাৰ ৰসাত্মক গীতৰ প্ৰচলন আছে। "কামপীঠ" কামৰূপত এনেকুৱা অনুষ্ঠান আৰু গীত থকাটোৱে স্বাভাৱিক। কামৰূপৰ "কুমাৰী পূজা", গোৱালপাৰাৰ "হুদুম পূজা", উজনিৰ "ৰাতিসেৱা" অনুষ্ঠান আদিত এনেকুৱা যৌনধৰ্মী ক্ৰিয়া কলাপ আৰু নৃত্য গীতৰ প্ৰচলন থকা দেখা যায়। "দৰঙৰ নাঙেলি গীত"তো শৃংগাৰ ৰসৰ বৰ্ণনা মন কৰিবলগীয়া।

সময়ে সকলোকে সলনি কৰে। সাত শাক তোলা বিহুতো সময়ৰ আঁচোৰ লাগিল। গছ-গছনিৰে পৰিবেষ্টিত চাক্‌লাৰ পথাৰ এতিয়া টৌ টৌৱা। নৈ বিল শুকাল। বৰ্ত্তমান মৎস্যজীৱী কৈৱৰ্ত্ত সমাজ আৰ্থিক অনাটনত জুৰুলা। কথাতেই আছে – "ভাতৰ ভাত দিনটোলৈ থাকে মুখৰ মাত" – ভাত অবিহনে মুখৰ মাত হেৰাল। যান্ত্ৰিক যুগৰ প্ৰভাৱত অতীতৰ কৃষ্টি-সংস্কৃতি এলাগী হ'ল, যুগৰ লগত খাপ নোখোৱা হ'ল। প্ৰকৃত তাৎপৰ্য্য উপলব্ধিৰ অভাৱত পুৰণি লোক বিশ্বাসৰ প্ৰতিও মানুহৰ আস্থা হেৰাল। ওপৰুৱা দৃষ্টিৰে এইবোৰ হ'ল গ্ৰাম্য জীৱনৰ অশ্লীল দিশ। কিন্তু বংগদেশৰ লোক সাহিত্যৰ গৱেষক আশুতোষ ভট্টাচাৰ্য্যৰ মতে "অশ্লীল আপেক্ষিক শব্দ"। আজিৰ সমাজে 'অশ্লীল' বুলি বিবেচনা কৰা বহুতো ৰীতি নীতি, গীত পদৰ গূঢ় তাৎপৰ্য্য আছে। মুঠ কথা শ্লীল বা অশ্লীলৰ তুলাচনী হ'ল সম-সাময়িক সমাজ ব্যৱস্থা আৰু চিন্তা ৰাশিৰ বিভিন্নতা। ভকতপাৰাৰ সাত শাক তোলা বিহুত আগৰ

প্ৰাণ প্ৰাচুৰ্য্য নাই যদিও আজিও এই বিশেষ সম্প্ৰদায়ৰ আইসকলে চাক্‌লাৰ পথাৰত বিহু পাতে। বৰ্তমান চাৰিওফালে ধাননি পথাৰে আগুৰি থকা তাহানিৰ সেই নিৰ্দ্দিষ্ট পিতৰ পাৰলৈ আইসকলে ঢাপলি মেলে। আইসকলৰ খোজত আহুধান বাগৰি পৰে। তথাপি গৃহস্থই গালি নাপাৰে। লোক বিশ্বাস, গোপিনীৰ স্পৰ্শত হেনো ধান নমৰে। বৰং ইয়াৰ আশে পাশে থকা অইন পথাৰৰ ধানৰ তুলনাত বিহুমৰা পথাৰত ধান উভৈনদীহে হয়।

বৰ্ত্তমান সাত শাক তোলা এই বিহু কেৱল বয়সস্থা মহিলাসকলৰ মাজতে আবদ্ধ হৈ থকা নাই। ভকতপাৰা, ৰায়তপাৰা, মাজৰ মাথাৰ প্ৰায়বোৰ বৃদ্ধা, বোৱাৰী, যুৱতী, কিশোৰীয়ে ৰং বিৰঙৰ বোৱা কাপোৰ পিন্ধি সাত শাক তুলিবলৈ যায়। ৰায়ত পাৰাৰ আইসকলে বৰ্ত্তমান নখন্দাৰ পথাৰতে এই বিহু পাতে যদিও চাক্‌লাৰ পথাৰৰ বিহুৰ প্ৰতি তেওঁলোকৰ গভীৰ আস্থা আৰু অনুৰাগ দেখা যায়। তাহানিৰ নিচিনা পূৰ্বৰ সেই নিৰ্দ্দিষ্ট ঠাইতে আজিও একে নিয়মেৰে থাপনা পাতে। মুখত হালধি, পিঠাগুৰি, ফাকুগুৰি, পাউদাৰ, সানি ৰং ধেমালি কৰি বিভিন্ন গীত গায়, শিৱ-পাৰ্বতী হৈ নাচে। পুৰণি কাহিনী অভিনয় কৰে। কিছুমানে আকৌ পেণ্ট চাৰ্ট পিন্ধি বৰ্ত্তমান পৰিস্থিতিৰ লগত খাপ খোৱা চুটি চুটি কাহিনীৰ সুন্দৰ অভিনয় কৰি মুখ জোৰণি গীত গায় —

"ৰসগোল্লা পেৰা লাড্ডু
টাট্‌কা জিলাপি,
তই যে মোৰ গোলাপ ফুল
আন্ধাৰোতে চাতি।
তোৰ কাৰণে মোৰ
টুপনি ক্ষতি।।
আহু বোলি নাহিলি
ফাকি দিলি।

অতীতৰ সেই উত্তেজনাময় নাচোন ভংগী নাই যদিও, মাৰ্জ্জিত ভংগীৰে নচা নাচৰ লগতেই তাহানিৰ উৰণীয়া বিহু গীতবোৰেও মাজে মাজে ভুমুকি মাৰে —

"নদী উটি যায়
কাচা হোমৰ ঠানি,

তাতে উটি যায় চেলা,
চেলাই ধৰি খায়
বামুইনা ভেকেলী
.... .... .... ইত্যাদি।

এইখিনিতেই উল্লেখযোগ্য যে এই অঞ্চলৰ মানুহে উক্ত অনুষ্ঠানক সাত শাক তোলা বিহু বুলি ক'লেও ইয়াত যি নৃত্য আৰু গীত পৰিৱেশন কৰা হয়, এই নৃত্যৰ লগত বৰ্ত্তমান উজনি আৰু নামনিত সচৰাচৰ প্ৰচলিত বিহু নৃত্য গীতৰ লগত ইয়াৰ মিল নাই। সাত শাক তোলা অনুষ্ঠানৰ গীতবোৰত থলুৱা সুৰৰ প্ৰভাৱ স্পষ্ট। বিশেষকৈ গোৱালপাৰা আৰু কামৰূপৰ বিভিন্ন লোকগীতৰ সুৰ আৰু ধ্বনি বৈচিত্ৰ লক্ষ্য কৰা যায়।

যোৱা ১৫/৪/৯৫ ইং তাৰিখে ভকতপাৰাত উক্ত অনুষ্ঠানত উপস্থিত হৈ এই অনুষ্ঠানৰ প্ৰাচীনতাৰ বিষয়ে প্ৰশ্ন কৰোতে, কেবা গৰাকীও বয়োবৃদ্ধা মহিলাই একেমুখে কৈছিল – "ই সাঠি কাইলা" (পুৰণি) বস্তু। সেই "হাপু আতাৰ" দিনৰ পৰাই আমাৰ আবুহঁতে এই 'নাচান' নাচিছিল। তেতিয়া নাচান বাগান অলপ বেলেগ আছিল। আমি সৰুতে "লুকে চুৰে" সেই নাচান চাইছিলো। আজি কালি খুলা। সকলোৱে আহে। গতিকে আগৰ গীতবিলাক কেনেকৈ গাম? লাজ লাগে।●

# বৰপেটাৰ গালি-শপনি ঃ ফকৰা যোজনাত ইয়াৰ প্ৰভাৱ

লোক-সংস্কৃতিৰ বুকুতেই নিহিত হৈ থাকে যিকোনো জাতি এটাৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণা, ৰীতি-নীতি ইত্যাদি। লোক সমাজ বিজ্ঞানীৰ দৃষ্টিত ধৰা পৰা লোক-সংস্কৃতিৰ উপাদান সমূহ হ'ল – ১। অতীত ইতিহাসৰ উপকৰণ, ২। হেৰুৱা অতীতৰ পুৰাতত্ত্বগত উপকৰণ, ৩। জাতিতত্ত্ব বা সাংস্কৃতিক নৃতত্ত্বৰ উপকৰণ, ৪। সমাজ তত্ত্বগত উপকৰণ, ৫। ধৰ্ম সাধনাৰ উপকৰণ, ৬। মনঃস্তাত্বিক উপকৰণ, ৭। সম সাময়িক উপকৰণ, ৮। শিল্প আৰু নন্দনতত্ত্বগত উপকৰণ লগতে ৯। ব্যৱহাৰিক প্ৰয়োগ সম্পৰ্কিত উপকৰণ। মুঠতে জাতিৰ মাপ কাঠি হ'ল লোক-সংস্কৃতি।

সামাজিক লোক প্ৰথা বুলি ক'লে (ক) উৎসৱ অনুষ্ঠান, (খ) খেল ধেমালি, (গ) লোক ঔষধ, (ঘ) লোক ধৰ্ম – এই চাৰিটা বিষয় সামৰি লব লগাত পৰে। গালি শপনি লোক ধৰ্মৰ অন্তৰ্গত, ই লোক সমাজৰ সৃষ্টি। এই লোক সমাজখন হ'ল – আদিম আৰু সভ্য সমাজৰ মধ্যৱৰ্তী স্তৰ। ''Profile in Ethnology'' গ্ৰন্থত আছে ''a folk society as opposed to a primitive tribe on the one hand and modern civilization on the other.''

এই লোক সমাজখনে পাশবিকতা আৰু বৰ্বৰতাৰ পৰা নিজকে মুক্ত কৰিব পৰা নাছিল বাবে তেওঁলোকৰ কথাত আঁৰবেৰ নাই। আবেগে আলোড়ন তোলা অন্তৰৰ স্বতঃস্ফূৰ্ত প্ৰকাশ, লোক সমাজৰ বৈশিষ্ট্য। গালি শপনি লোক মনৰ স্বাভাৱিক আৰু স্বতঃস্ফূৰ্ত প্ৰকাশৰ প্ৰতিধ্বনি।

আমাৰ সমাজত গালি শপনি নতুন বস্তু নহয়। বিভিন্ন ধৰ্ম গ্ৰন্থৰে পৰা আৰম্ভ কৰি গীত-মাত, ফকৰা যোজনা, সাঁথৰ, সাধুকথা প্ৰায় সকলোতে গালিৰ অবাধ গতি। অপ্ৰিয় সত্য, বৰপেটা অঞ্চলতো গালি শপনিৰ জোৰ বেছি। এসময়ত ৰাস্তাই ঘাটে অবাইচ মাতে ভাতৰ লগত পানী খোৱা যেন হোৱা দেখি অনুঃ ১৯৩৮ চনত বৰপেটাত 'গালি বৰ্জন' আন্দোলন এটি গঢ়ি উঠিছিল। এই বিষয়ে অম্বিকাচৰণ পাঠকদেৱে লিখিছে – "বিদ্যাপীঠৰ প্ৰায় ৫০০ শ ছাত্ৰই সমদল যাত্ৰা কৰিছিলো - সেই সময়ত

বৰপেটাত থকা কেইটিমান বদ্ অভ্যাস আঁতৰোৱাৰ বাবে। অশ্লীল মাত কথা তেতিয়া বৰপেটাৰ বাটে-ঘাটে বৰকৈ শুনা গৈছিল।" এই সমদলটিক নেতৃত্ব দিছিল বিদ্যাপীঠৰ প্ৰাক্তন প্ৰধান শিক্ষক ভাৰত চন্দ্ৰ দাস আৰু বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীদেৱে। সেইসময়ত সমদলটোৱে গীত আৰু বিভিন্ন শ্লোগানেৰে বাট পথ মুখৰিত কৰি বৰপেটীয়া মানুহক গালি বৰ্জন কৰিবলৈ আৰু ৰাস্তাৰ দাতিত অপকৰ্ম নকৰিবলৈ আহ্বান জনাইছিল। প্ৰসন্নলাল চৌধুৰীদেৱে ৰচনা কৰা গালি বৰ্জনৰ গীতটি হ'ল --

*"গালি এৰা ভাই*
*গালি এৰা ভাই*
*চুৰামাত পাহৰা ভাই।*
*মানুহৰ কু-কথাই*
*নৰকত দিয়ে ঠাই*
*সিপুৰীতো মুকুতিৰ ভৰষা নাই।।*
*চুৰা হৈ গ'লে মুখ*
*অন্তৰ চুৰা হয়*
*অশুচিত নাম ল'লে সফল নহয়।*
*নিৰ্মল কৰা মুখ*
*আহিব পৰম সুখ*
*বৰপেটা হব সঁচা পুণ্যৰ ঠাই।।"*

শ্লোগানবোৰ আছিল এনে ধৰণৰ -- "অশ্লীলতা বৰ্জন কৰক, চুৰামাত পাহৰি পেলাওঁক" -- ইত্যাদি। এজনে লগাই দিয়ে "বাটৰ দাঁতিত" বাকীবোৰে সমস্বৰে চিঞৰে "নাহাগু, নাহাগু"।

আজি কিছুবছৰ আগলৈকে বৰপেটাৰ কোনো কোনো এলেকাত মহিলাসকলে "পাচি সাফাৰ দি" অৰ্থাৎ পাচি উবুৰিয়াইহে কৰা বুলি শুনা যায়। পাচি উবুৰিয়াই কাজিয়া কৰাৰ পদ্ধতি হ'ল কিবা কাৰণত ৰাতিপুৱাৰ পৰাই কাজিয়া আৰম্ভ হ'লে দুপৰীয়া ভাত ৰন্ধাৰ পৰত পৰস্পৰে পৰস্পৰৰ চকুত পৰাকৈ, দুটি পাচি উবুৰিয়াই থৈ সাময়িক ৰণ বিৰতিৰ সংকেত দিয়ে। খোৱা লোৱা শেষ কৰি, শৰীৰত নতুনকৈ বল শক্তি লৈ ৰাও ৰাওকৈ ৰণচণ্ডী মূৰ্ত্তি ধৰি খেদি আহি পাচি দুটি দাঙি পুনৰাই গালিৰ ভাণ্ডাৰ উজাৰি দিয়ে। এনেকুৱা কাজিয়াৰ গালিবোৰো সুৰীয়া। হাত মূৰ

জোকাৰি, নানা অংগী ভংগী কৰি চকু পকাই দন্দুৰী তিৰোতাই ৰাগ টানে এনেদৰে — "কাচা কল কুটু ও তোৰ লাইলেৰ মূৰোত মূতো", "পানী লাউ কুটু ও তোৰ জঙেৰ (জোঁৱাইৰ) মূৰোত মুতো"। শুনা কথা, "বিৰেলি নামৰ তিৰোতা এগৰাকীয়ে বোলে এক বুঢ়ীৰ দুই কাম কৰি, চাউল জাৰি জাৰি সুৰ ধৰি গালি পাৰিছিল — "কুলাৰ আগোত চাউল থলু। মই বিৰেলি গালি পাল্লু। কাণ পাতি শুন্ এ, তোৰ লাইলে মৰক।" "চৰ নদী খৰ পৰক, বুকেদি বালা পৰক, তেল থাকতে বত্তি নুমক"। ইত্যাদি। ডঃ প্ৰফুল্ল দত্ত গোস্বামীদেৱৰ 'অসমৰ জন সাহিত্য'তো একে জাতীয় গালিৰ নিদৰ্শন এটি আছে — "কুলাৰ আগৰ নুন এ। হাজেইলেনী পাচ্ছু কাণ পাতি শুন এ"। ভালকৈ লক্ষ্য কৰিলে এই সুৰীয়া গালিবোৰৰ প্ৰকাশভংগীত আৰম্ভণি, তোলনি, ভাঙনি আৰু খৰতালৰ সম্ভেদ পাব পাৰি। খণ্ডৰ কোবত এটা গালিকে খৰখৰকৈ বাৰে বাৰে উচ্চাৰণ কৰা মুহূৰ্তটি সম্পূৰ্ণ নাটকীয়। উল্লেখযোগ্য যে শিল্পী-সাহিত্যিক গৌতম পাঠক দেৱৰ মতে বৰপেটীয়া তিৰোতাৰ কান্দোন আৰু কাজিয়াত আছে 'পাহাৰী ৰাগ'ৰ প্ৰাণস্পৰ্শী অভিব্যক্তি। ভালকৈ কাণ পাতিলে শুনা যায় বৰপেটীয়া তিৰোতাৰ ধ্বন ১৬ মাত্ৰাৰ বিলম্বিত লয়ত আৰম্ভ হৈ, ক্ৰমান্বয়ে ৮, ৪ আৰু ২ মাত্ৰালৈ গতি কৰে।

ধ্বন লাগিলে কিছুমান তিৰোতাৰ মুখেৰে আখৈ ফুটা দি ফকৰা যোজনাও ফুটে। সমাজ বিজ্ঞানীৰ তথ্যভিত্তিক ধাৰণা, ফকৰা যোজনাৰ জন্মদাত্ৰী নাৰী। বহুতো ফকৰা যোজনা নাৰীৰ প্ৰতিবাদী কণ্ঠস্বৰ — "অবলাৰ মুখে বল"ৰ নিদৰ্শন। গালিৰ মাজত গীত, গীতৰ মাজে মাজে ফকৰা যোজনাই তীব্ৰ কৰি তোলে দন্দুৰী নাৰীৰ ধ্বন। মুখ চোকা, মুখাৰ নাৰীয়ে প্ৰতিপক্ষক জব্দ কৰিবলৈ ফকৰা যোজনা মাতে — "ওহি ৰকত বহি দেউ, নাই ৰকত ধাৰ কৰি দেউ।" লগে লগে সিফালৰ পৰাও ফকৰা যোজনাতে উত্তৰ দিয়ে — "কৈ থাক কুকুন্নী, শুনি আছু ঠাকুন্নী।"

কাজিয়া লাগিলে কিছুমানে আকৌ নাক, মুখ কোচায়, জিভা উলিয়ায়, মুখ ভেঙুচায়, ওপৰলৈ হাত তুলি জপিয়াই জপিয়াই নাচে, মাজে মাজে ঢেকী দিয়াৰ দৰে মাটিত গুৰিয়ায়, এবাৰ আগলৈ এবাৰ পিছলৈ হালি জালি গা জোকাৰে। এবাৰ খেদি আহে এবাৰ ঘৰ সোমায়, হাত দাঙে। ভুকু দাঙে, ভৰি দাঙে। মাজে মাজে আঙুলি ফুটাই অভিশাপো দিয়ে, অক্ থুই অক্ থুই বুলি অতি জোৰেৰে শব্দ কৰি থু পেলাই ঘৃণা প্ৰকাশ কৰে। মাজে মাজে যৌনাংগত চপৰিয়াই "ঢাপ্লি" মাৰে।

ততোধিক কেতিয়াবা 'খং নামে চাণ্ডাল' হৈ পিন্ধি থকা মেখেলাখনকে দাণ্ডি দিয়ে। এই সুযোগতে ভৰিৰে জুই বঢ়োৱা এচামে ছেগ বুজি কাজিয়াৰ মাত্রা চৰক বুলি ঘৰৰ বেৰত তপিনা ঘঁহে। কেতিয়াবা ইজনীয়ে সিজনীৰ চুলিত ধৰি মুলি ঘাটা দিয়ে, দবৰা দবৰি কৰি খালে ডোঙে পৰি বোকা পানীয়ে লুতুৰি পুতুৰি হয়। মুঠতে কাজিয়া নহয় যেনিবা গ্ৰাহ গজেন্দ্ৰৰহে যুদ্ধ। তাতে আকৌ কাটিলেও কটা নোযোৱা কিছুমান তিৰোতাই একেৰাহে তিনি চাৰিদিন ধ্বন কৰি উঠিও, নিজৰ নিৰ্দোষিতা প্ৰমাণ কৰিবলৈ দাংকোপ মাৰি ফকৰা মাতে — "গজগতি গমন, পিথিমী স্তুতি হৈ আছু সমন"। অৰ্থাৎ তেওঁ শান্তি সতী বসুমতী।

অসমীয়া সমাজত প্ৰধানভাৱে গালি দুই ধৰণৰ। প্ৰত্যক্ষ আৰু পৰোক্ষ। প্ৰত্যক্ষ গালিত কোনেও কাকো শুদাই নেৰে। মুখামুখিকৈ গালি পাৰি ভেদ ভোহাৰি দিয়ে। পৰোক্ষ গালিৰ অন্য নাম গুৱাল গালি। গোৱাল সকলে খং উঠিলে ম'হক গালি পৰাৰ চলেৰে ম'হৰ মালিকৰ চৌদ্ধ পুৰুষ উদ্ধাৰ কৰে। 'পিছত ৰজাৰ মাককো গালি পাৰা' দি গালি পৰা অভ্যাস প্ৰায় সকলো মানুহৰে আছে।

গালি শপনিৰ মাজত মানৱ শৰীৰৰ তালুৰ পৰা তলুৱালৈকে উল্লেখ থকাটো মন কৰিবলগীয়া কথা। মানুহৰ মূৰ, মুখ, চকু, নাক, কাণ, পেট, হাত, ভৰি আনকি যৌনাংগকেন্দ্ৰিক গালিও অলেখ। মূৰকেন্দ্ৰিক অৰ্থাৎ মূৰ খোৱা গালি শপনিৰ জোৰ বেছি। আমাৰ জনজাতীয় সমাজ ব্যৱস্থাৰ "মূৰকটা" প্ৰথা, বলিকটা দৃশ্যত প্ৰত্যক্ষ কৰা 'মুণ্ডচেদনৰ' স্মৃতি লগতে গণেশ, ৰাহু, দক্ষ আদি চৰিত্ৰৰ মূৰকেন্দ্ৰিক শাস্ত্ৰীয় কথা কাহিনীয়েও লোক সমাজত মূৰ কৰ্ত্তন ভীতি উদ্ৰেক কৰা স্বাভাৱিক। মুণ্ডচেদন অৰ্থাৎ মৃত্যু ভীতিত আউজা পুতেৰ মূৰা খাইতি, ভায়েৰ মূৰা খাইতি, লালেৰ মূৰা খাইতি আদি গালিবোৰে যিকোনো তিৰোতাৰে বুকু কঁপায়। বৰপেটা অঞ্চলত এজন ককায়েক ভায়েক থকা ভনীয়েক বা বায়েকে এই ভয়তে ঐ টেঙাৰো মূৰ নাখায়। 'অসমৰ ভেনিচ' নগৰী বৰপেটাত বাৰিষা বৰশী বোৱা সৰু সৰু ল'ৰা ছোৱালীবোৰেও মাছক বাপেক, ভায়েকৰ মূৰ খাবলৈ খাই্ৰা দম দিয়ে — "আহা যদি আহ্, নাহা যদি ভায়ে বাপেৰ মূৰ খা"। লাউমূৰী, গৰেমূৰী, গজমূৰী, কুট্‌ৰামূৰী, জাপ্‌ৰামূৰী, গণ্ডোমূৰী, খাম্বামূৰী আদি মূৰকেন্দ্ৰিক গালি।

মানুহৰ সৌন্দৰ্য্য মুখত। তাতে আকৌ 'মুখ মেলিলেই গৰ্ভ চিনি' বোলা কথাষাৰেও মুখৰ বিশেষত্ব নিৰূপণ কৰে। মুখকেন্দ্ৰিক গালিৰ ভিতৰত মুখাৰা, বেংকা

মুখা, বেক্‌তা মুখা, বেজী মুখা, হাপা মুখা, পাচি মুখা, ডুক্‌লি মুখা, বেল্‌তা মুখা, মেলা মুখা, তিৰিমুখা, নেউলমুখা, ভক্‌লা মুখা, টেমীমুখা, ঔ মুখা, চক্‌চৈকা, পুল্‌পুইলা, মুখে নং মাৰতি, মুখে কাটন, মুখেদি সাত ৰাজাৰ চাউল খাৱা ইত্যাদি। মুখকেন্দ্রিক গালি সম্বলিত ফকৰা যোজনা হ'ল "মুখে চকো চকো ডিমেলী পুঠি", "দুই মুখা বেজী,দ্বন কৰাত কাজী", "মুখে টৌ টৌ ভাদৰ মাঁইহা ঔ"। মুখে কাটন তিৰোতাই দ্বিতীয় সংসাৰ কৰিবলৈ ওলোৱা স্বামী দেৱতাক সাম্ভাব্য বিপদৰ সংকেত দিবলৈ, ফকৰা যোজনাৰেই সাৱধান বাণী শুনায় — "হাতে মুখে আছু মই, বুৰেনী কাটেনী আন তই"। সাঁথৰৰ বুকুতো মুখকেন্দ্রিক গালিৰ প্ৰভাৱ পৰিছে এনেদৰে — "বাইঁৰ আগোৰ ভাপোৰ ধআ, যি কবা নৰে সি তিৰিমুৱা"।

লোক সমাজৰ ধাৰণা, মানুহৰ লাজ থাকে নাকত। তাতে আকৌ শূৰ্পনখাৰ নাক কাণ কটা, সাধু কথাৰ দুষ্টা ৰাণী, চোৰ ডকাইতৰ "নাক চুলি জাপে কাটা" কথা বোৰৰ আঁত ধৰিয়েও নাক কাটী, নাক কাটা, আধা নাক কাটী আদি গালিবোৰৰ সৃষ্টি হোৱা যেন অনুমান হয়। মনুস্মৃতি, কৌটিল্যৰ অৰ্থ শাস্ত্ৰ আদিত দোষীৰ শাস্তিৰ তালিকাত থকা নাক, কাণ কটাৰ ভয়ানক বৰ্ণনাইও এনেধৰণৰ গালিক জীপাল কৰি ৰাখিছে। নলগা জেঙাত লাগি, বাটৰ কচু গাত ঘঁহি লোৱা তিৰোতাক "এক ঘৰৰ বেটী, এক ঘৰৰ জী, তই নাক কাটীৰ হৈছে কি" বুলি গালিৰে "টেঙা খুৱায়"। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ "ৰুক্মিণী হৰণ কাব্য"তো "নাক কাটী" দুষ্টা ৰমণীৰ কথা উল্লেখ আছে। "কেশ মেলি নাক কাটী অমংগলী নাৰী, কুমৰৰ আগে আগে নাচে হাসে ৰিংগ পাৰি।" কিছুমান তিৰোতাই প্ৰতিপক্ষক "কাটা যাৱা নাক ফুট্‌খাৰেদি ঢাক" বুলি 'ইলো ইলো' (জোকায়) দিয়ে। ভঙ্‌লা নাকী, খাৰা নাকী, চতল নাকী, নাক ডাঙ্‌ৰী, নাক দাঙী আদি গালিৰেও ইজনীয়ে সিজনীক "নাকত কুব দাম্‌ৰা হেন" কৰে।

মানুহে কোনো দিনে বান্ধিব নোৱাৰা খাল, পেটেও গালি শপনিৰ মাজত জিলিকি আছে। পেট পচা, পেট গুপ্তা, ভাথ্‌ৰী পেটী, ভোহা পেটী, নাদা পেটী, ডুলি পেটী, নাওঁ পেটী, টেক্‌লি পেটী, ঢোল পেটী, গেস্লে পেটী, পেট ডাঙ্‌ৰী ইত্যাদি পেট কেন্দ্রিক গালি। পেট কেন্দ্রিক ফকৰা যোজনা হ'ল — "তুৰি পেটাই খাই যাই, নাৱ পেটাৰ নাম হৈই", "সাত কদলে কাটে মাটি, তিও নাটে বাৰাপেটী"। বঙালী প্ৰবাদতো আছে — "মাথাটি যেন চণ্ডী ওল, পেটটি নাদা"।

মানুহৰ যৌনাংগ কেন্দ্রিক গালিবোৰ বৰ তীব্ৰ আৰু প্ৰতিক্ৰিয়াশীল। উক্ত

গালিবোৰত পিতৃ মাতৃ বা ভাই ভনীক টানি আজুৰি আনি জুৰি দিলে কথা বিষম হৈ কুৰুক্ষেত্ৰ লাগি যায়।

মানুহৰ শৰীৰৰ পৰা নিৰ্গত হোৱা দুষিত পদাৰ্থ যেনে মল মূত্ৰ, থু খেকাৰ, শেঙুন, তেজ, নৰক, শুক্ৰকেন্দ্ৰিক গালিৰো সীমা সংখ্যা নাই। গু খাৱা, মূত খাৱা, ঘেগাৰ খাৱা, অকলা খাৱা, ঘেগ্‌লা খাৱা, তেজ খাৱা, নৰক খাৱা অতি নিকৃষ্ট গালি। প্ৰাচ্য আৰু পাশ্চাত্য উভয়তে থকা নৰকৰ ভয়াবহতাত ভীতিগ্ৰস্ত মানৱে শত্ৰুৰ ধ্বংস কামনাত বিভিন্ন প্ৰকাৰে "নৰক" শব্দটিৰ আশ্ৰয় লোৱা দেখা যায়। 'নৰক' শব্দটিৰ অন্য এটি অৰ্থ নাৰীৰ মাহেকীয়া ৰক্তস্ৰাৱ 'ৰকত'। বৰপেটীয়া ভাষাত ৰকত খাই মৰাৰ পুতেক, ৰাঙা ৰক্তেনী খাৱাৰ পুতেক, ৰকতৰ মেখ্‌লা মূৰোত বান্ধা আদি গালি শুনিলে মৰা মানুহো উঠি বহে। ফকৰা যোজনাত আছে — "আগোত চৰ্‌চৰৈ ৰাণী, পাছোত চৰ্‌চৰৈ নৰকৰ কানি।" আনকি বৰপেটীয়া খিচা গীততো নৰকে স্থান লৈছে -

"ই ঘৰোৰ নাক কাটী, সি ঘৰোৰ নাক কাটী তুহুন ঘৰাঘোৰী যাবি হে ৰাম।
আমাৰো মাইও ঘৰৰে গিত্‌থিনী খুজি ৰাঙা ৰকত খাবি হে ৰাম।"

মানতৰা ৰজাই — নৰা ৰজালৈ স্ত্ৰী শোণিত সিক্ত কাপোৰ পঠিয়াই নৰা ৰজাৰ বল বিক্ৰম ক্ষয় কৰাৰ কথা অসম বুৰঞ্জীতো আছে।

বৰপেটীয়া মানুহে অতিচাৰ খং উঠিলে হাগি দিম, মুতি দিম, কানতাহা ফালি দিম, ধাপা কাইনা লগে দিম বুলি কুকুৰে কঁাইট নোখোৱা গালি পাৰে। কাজিয়া লাগিলে প্ৰতিপক্ষক চৰম অৱজ্ঞা, অৱহেলা কৰি বাহু দাঙি দাঙি ফকৰা যোজনা মাতে এনেদৰে — "নাপে নাপে নাপে, গাখীৰ বোলি মুতি দেউ, কুন গহে শাপে", "ধান ভাজবাৰ ঢেকী নাই, বেটাই ফুটনি মাৰে মূতনী খাই।"

শাৰিৰীক বিসংগতি থকা, লগতে দুৰাৰোগ্য ৰোগে আক্ৰমণ কৰা মানুহক শতৰুৱে হাঁহিবলৈ চেলু পায়। কাণা, খৰা, ভছাকালা, ধুমুৰ কালা, ধুম কালা, ভেল্‌টা অল, মণি অল, থুপৰী, থেপৰী, ভেংৰা, ভেংৰী, পেংৰা, পেংটী, লেঙা, লেঙী, লেউলা, ঠেঠা, ঠেঠী, ঠঠেৰী, কণ্ডা, কণ্ডী, গাইঠা, গঠলু, বক্ৰা বক্ৰী, গুৰোৰ কঠল, ভগ্নে কৈহ্যৰোৰ পাব, দান্তাল, বাংকাবাৰী, মাদ্‌লা, মাদুলী, ঢুমী, ঢেপচি, মাদা গাইৰেণী, ঢেৰহা, চোখুৰ মূৰা পুৰি খাৱা, গুজনা, গুজনী, ভেলটা কাণী, মণি কাণী, আমৰা চৌখেনী, ভোলৰ চচ্‌ৰা, মূধাৰ খুটা, পিৰ্‌কা কাণী, শাখিনী, লাটা চৌখেনী, কুলৈক্ষেণী, সল্‌কি পৰাইতি আদি হেজাৰ বিজাৰ গালি আছে। ডাকৰ বচন, যোগিনী তন্ত্ৰ, লক্ষ্মী চৰিত, কাম শাস্ত্ৰ,

মনু স্মৃতি আদি গ্ৰন্থই নিৰূপণ কৰা কুলক্ষণৰ ছিদ্ৰ বিচাৰি ফুৰা মানুহে গালিবোৰ ধাৰাপাত মুখস্থ মতা দি মাতে। ফকৰা যোজনাত আছে — "কুলৈক্ষেণী তাই, পাটীতো মুতে, হাড়ীতো খাই"। বেমাৰ আজাৰ কেন্দ্ৰীক গালিবোৰ হ'ল — পকা লাগইতি, বিহে পাইতি, বৰঢল অলইতি, খোহি যাইতি, ক্ষয় যাইতি, যক্ষ্মা হৈ মৰইতি, গমা হৈতী, ইন্দ্ৰা হৈতী, মাখি চেচাং পাৰইতি, বৰ বালাং ধৰইতি, টেঙৰী, পাগেলী, ঘুগৰা ইত্যাদি — "ঘৈম্নেক মৰে লাহে, লালেক মৰে ঘুগৰা কাহে" বুলি খুকুৰ খুকুৰকৈ কাহি থকা মানুহৰ ঘৈণীয়েকক শতৰুৱে শেল মাৰে। এইখিনিতে উল্লেখযোগ্য যে কোনোবা যদি সঁচাকৈয়ে বিকলাংগ হয়, তেনেলোকক ইতিকিং, উপলুঙা কৰোতাজনক ৰজাই হাত, ভৰি, নাক, কাণ জিভা আনকি যৌনাংগ আৰু গুহ্যদ্বাৰ কৰ্তনৰ নিচিনা শুনিলেই পেটতে হাত ভৰি লুকোৱা গুৰুতৰ শাস্তি বিহিব পাৰে। গালি গালাজ, ইতিকিং, উপলুঙা, মাৰ-ধৰ কৰা, অভদ্ৰ ব্যৱহাৰ কৰা, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ শাস্তিৰ ক্ষেত্ৰতহে মনুসংহিতা সৰৱ —ব্ৰাহ্মণৰ ক্ষেত্ৰত নীৰৱতা অৱলম্বন, অতীত সমাজ গাথনিৰ প্ৰতিফলন। অৱশ্যে অতি নিকৃষ্ট কাম কৰা ব্ৰাহ্মণক কপালত চাব মাৰি, বেত দি ৰাজ্যৰ পৰা বাহিৰ কৰি দিব পৰা বিধান কৌটিল্যৰ অৰ্থ শাস্ত্ৰত নথকা নহয়।

গালি শপনি এক প্ৰকাৰ মানসিক নিৰ্য্যাতন, যি নিৰ্য্যাতনৰ বিৰুদ্ধে আইনেও মাত নমতাকৈ থকা নাই। বৰপেটা অঞ্চলত গালি শপনি পাৰি জেলৰ ভাত খোৱা অসংখ্য কৰুণ আৰু ৰসাল কাহিনী মানুহৰ মুখে মুখে আছে। তথাপিও যাৰ যি স্বভাৱ লটে ঘটে সি মাৰিলেও টুটে বোলা কথাষাৰৰ সত্যতা ৰক্ষা কৰি, কিছুমান মানুহে সদা সৰ্বদা শিং ধাৰে ৰাখে। জিভাখনো শানত দি থয়। বিশেষকৈ তথাকথিক উচ্চজাতিৰ মানুহে নিম্ন জাতিৰ মানুহক জাত পাতক ধৰি পৰা গালি শিলৰ ৰেখা। ই সহজে মচ নাখায়। চাম্লেনী, মুইচেম্নী, ডুমনী, গৈৰেনী, মেতেম্নী, গোলামৰ জাত, বান্দীৰ জাত, ঢেমনীৰ জাত আদি গালি পাৰোতাজনে এক কিল মাৰি শ কিল খুজি খায়। ফকৰা যোজনাত আছে "কি বস্তুৰ কি মুলাম, কি জানে ঢোউদা গুলাম"। এইখিনিতে উল্লেখযোগ্য যে কালিকা পুৰাণত স্বয়ং পাৰ্বতী দেৱীয়ে ৰূপহীন, অংগহীন, জাতিহীন মানুহক নিন্দা কৰা কাৰ্য্যক তীব্ৰ প্ৰতিবাদ জনাইছে। বৰ্ত্তমান 'মুচি হৈয়ো শুচি হয় যদি ভজে হৰি, শুচি হৈয়ো মুচি হয় যদি ত্যেজে হৰি' — বোলা মহাপুৰুষীয়া আদৰ্শত উদ্বুদ্ধ বৰপেটীয়া সমাজত জাত পাতক ধৰি গালি পৰা জন সমাজৰ অতি নিকৃষ্ট ব্যক্তি বুলি চিহ্নিত হৈছে।

বৰপেটা এলেকাত প্ৰচলিত গালি শপনিৰ ক্ষেত্ৰত মানুহৰ স্বভাৱ চৰিত্ৰ জনিত গালি সৰ্বাধিক। এনেধৰা, অজ্ঞানী, অকৰ্মী, মূৰ্খ মানুহবোৰক মেকুৰী থেকেচা দিয়া গালিবোৰ হ'ল — ঘুমে গাইৰা, মাদা গাইৰা, অভৈঠা, চুইচা, ভুঁইৰ চৌ, চুলুং পুলুং, চিণ্ডি পৰা, সপাটিলা, সৰ্ব চিঙা, সপ্লধ্বজ, ঢোদৰ পচলা, চলো ভলো, ভোজৰ খাহী, সাথান নহ, উইটা, লেদ্‌ৰা, ভদা, গদং, অভং, সেলপা, কেল্‌পা, আব্ৰা, আবেৰী ইত্যাদি। ফকৰা যোজনাত আছে — "বালাৰ খেতি অসাথন বেটী", "হলাৰ ভাই মলা যেন কাণ খলা"।

অতিপাত চালাক চতুৰ, কুটিল, জটিল, দোপাকী, তেপাকী, জিলাপী পেচীয়া কথা কোৱা, শলি সিয়ান, বদমাইচ, কৃপণ অৰ্থত অৰ্জুনৰ ঘাই, কুটৰ ঘাই, তালিবাজী, চালটায়া, চটে মাৰা, ধাপ্পাবাজী, দুতেৰী পাতেৰী, ফক্কৰ, নঘট ঘেটা, চিপৰিৎতং, খল্‌তি ধুৱা, নামতি জিনা, তিৰকালি, পাখেৰী, বাখেৰী, খটেলি, ধাউলী, লটপটী, দাং কাটী, দাহুলী, কুবিদ্ধা, কেচ্‌ৰা, খেচ্‌ৰা, খিজাল ধৰা, বিজাল ধৰা, নাল্‌গাত লাগা, নাখত খাৱা, আল উহৰ গনহ্ নাপ, আক্কল নহ, ভিতাৰ ঘুকা, সাতঘৈটা, দুইতেইলেনী, লটৰ পটৰ, ততৰ নতৰ, বৈতাল, বিতাল বেইমান, টুটকেনী গৰু চুৰ, জুৱাচুৰ, খুইপা, দু খাইনা ডিঙৰা, দোমাইচা, হাই দি খাৱা, তল খচৰা, চটো বৰদ্দানী মাৰা, পাপীষ্ট, দাগাবাজ, জঁট লগইতি, গুখচ্‌ৰা, খুইপা আদি হেজাৰ বিজাৰ গালি আছে। তেনেকুৱা ফকৰা যোজনাও বহুত। তাৰে মাত্ৰ কেইটিমান উদাহৰণ হ'ল — "কাজ সাৰলাক কাজী হ'ল দাগা বাজী", "পামৰ নিজৰ কটিখেন সামৰ", "এনেহে বেটীৰ ধাউ, চপাৎকে কাঢ়ি ফেল্‌লাক লালেকোৰ নাউ", "ততৰ নতৰ যাৰ, বাৰকুৰি উতপন, তেৰকুৰি ধাৰ", "ততৰ নতৰ বুঢ়ীৰ যতৰ", "দুই তেইলা কথা অভজা ধানোৰ পিঠা", "হাইদি খাই নিকাল হৈ যাই", জানেও জানে কটিৰ গু খচ্‌ৰি আনি ভাজা মাছোত সানে", "দিনত ৰাম হৰি ৰাতি গৰু চুৰি", "খুইপাক নেদবি ঠাই খুইপাই লাৰি চাৰি খাই" ইত্যাদি। জাপ্‌ৰা মুৰা, জোহুদ, ভছোলু, এলেবেং সেলেবেং, অপগণ্ড, ঘঁৰাৰ চোহী, ঘেত্‌লা, গেন্ধেলা, ফেদেলী, খেদেলী, ধেন্দেলী, শিয়ান টেপী, বৰলোৰ টুপ্, লেৰ্‌লেৰী, পামংলী, জমংলী, আলচি লাগা, ফাফৰে খাআ আদি গালি শপনি লেতেৰা অপৰিস্কাৰ মানুহৰ চেঙাতেল।

অহংকাৰী, অদূৰদৰ্শী, বুৰ্বক, দুৰ্ভগীয়া আদি বুজাবলৈ ব্যৱহাৰ কৰা গালি শপনিবোৰ হ'ল উবা বাঙী, ফাটা বাঙী, ওফাইদাং, ফোপজোহী, আচাভুৱা, তক্‌লোতি,

খেচা খাৱা, আহাম্মক, খুজনী মাগনী, নাটন হাইৰেণী, নাটন কাপেলী, ধা খৈয়া কাপেলী, সান্দি হুৱা, কণ পৰা, কণ মৰাৰ সঁচ, ঢেকশালটুকা ইত্যাদি। ফকৰা যোজনাত আছে – "আছা ভুৱাৰ হুলা, বাজাৰোত বেছে মূলা", "দোকৰ দোকৰ খৰচ, কণ মৰাৰ সঁচ", "ফোপজোহী ওফাইদাং ধান নাইকীয়া শুদা চাং"। মূৰ্খ অৰ্থত প্ৰয়োগ কৰা 'আহম্মক' গালিৰ ওপৰত নামনি অসমত প্ৰচলিত "আহম্মক পুৰাণ"ৰ "অহম্মক চাৰি, ঘৰৰ কথা পৰত কয় আটাহ পাৰি"। "আহম্মক ন, এবাৰ কয় হয়, এবাৰ কয় নহয়", ইত্যাদি কথাবোৰৰো সমাজতাত্ত্বিক মূল্য অপৰিসীম। উল্লেখযোগ্য যে বহুতো গালি শপনি মৰমতে বা ৰং ধেমালিতে ব্যৱহাৰ কৰা হয়। বিশেষকৈ আতা আবু, নাতি-নাতিনীৰ ক্ষেত্ৰত মুখৰ খজুৱতি মৰা গালিবোৰ বৰ ৰসাল।

বিশেষ মন কৰিবলগীয়া কথা হ'ল – গালিবোৰৰ আগে পাছে যদি "বেটা বেটী, চালা চালী" এই শব্দবোৰ ইঞ্জিন লগা দি লাগি যায়, তেতিয়া ই অতি তীব্ৰ আৰু সক্ৰিয় হৈ উঠে। বেউলা লক্ষিন্দৰ কাব্যত চান্দো সদাগৰেও দেৱী মনসাক বেটী বুলি গালি পাৰিছে – "যদি কাণীক মই লগ পাওঁ একবাৰ, একেকোবে শুজিম বেটীক সাতো পুত্ৰৰ ধাৰ"। বৰপেটাত বহুতেই মাক আৰু জীয়েকক মৰমতে বেটী বুলি মাতে আচল কথাটো হ'ল – নাই বুলিলে সাপতো বিষ নাথাকে।

বৰপেটা অঞ্চলত আৰু একপ্ৰকাৰ গালি আছে যিবোৰ গালি শপনিত প্ৰকাশ পায় সমাজৰ বৈধ আৰু অবৈধ সম্পৰ্কৰ কথা। এই অঞ্চলত উপপতি আকৃষ্টা তিৰোতাক সমাজে লেই্ লেই্ চেই্ চেই্ কৰি সাত দুৱাৰৰ বাহিৰ কৰে। মনু সংহিতাই এনে ৰমণীক কুকুৰৰ মুখত পেলাই দিবলৈ নিৰ্দেশ দিছে। গ্ৰন্থখনত অৱশ্যে উপ পত্নী আকৃষ্ট পুৰুষৰো নোম শিয়ৰি উঠা শাস্তিৰ বিধান নথকা নহয়, কিন্তু পুৰুষ শাসিত সমাজত উক্ত বিধান আঙুলিৰ ফাকেৰে সৰকি যায়। যি কি নহওঁক নাৰীৰ দৈহিক শুচিতাৰ নিত্তি ওজন মৰা বৰপেটাৰ সমাজত নটিনী, বাউদেনী, বুনোৰী, জোহোৰী, বেশ্যেনী, বঙেলী, বাদুলী (বাদ লগা অপকৰ্ম কৰা), সাত ভাতেৰী, ভায়ে ভাতেৰী আদি গালিৰে চুঙা চাই সোপা দিয়ে। এই জাতীয় গালি সন্নিবিষ্ট কেইটামান ফকৰা যোজনা হ'ল – "সাল গ্ৰাম মাটিত থৈ নটিনীক পীৰা দেই", "নটীৰ নটা কথা", "বুঢ়ী নটিনীৰ নাচন সাৰ, মুদ্ৰাই নাপৈ পাৰ", "কোন নটিনীৰ ভাতাৰ মৰিল, মুধাৰ খুটাত সুৰাগ চৰিল"। অন্য নালাগে ৰামায়ণত বনবাস অভিমুখী ৰামে "পথে নাৰী বিবৰ্জিতা" বুলি সীতাক লগত নিবলৈ হেহু নেহু কৰোতে আই

সীতাৰ মুখৰ পৰাও এনেকুৱা কুবাক্য ওলাইছিল — "আমাক ইতৰ নাৰী সম দেখিলাহা। নটৰ নটিনী যেন আনক বিলাহা।"মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ পাৰিজাত হৰণ নাটতো সত্যভামা আৰু ইন্দ্ৰ পত্নী শচীৰ মুখ দুখনো লাউপাত কচুপাত, লাগ বান্ধ নোহোৱা। ৰামায়ণত লক্ষ্মণে মাতৃ কৈকেয়ী আৰু পিতৃ দশৰথক নানা গালিৰে নকৰিবৰ চকৰি কৰিছে। আনকি খণ্ডৰ কোবত একো নাই হৈ দশৰথক গালি পাৰিছে এনেদৰে — "সকল ৰাজ্যৰ লোক ভৈলাহা অসাৰ, বাপেকৰ গোসানীক কৰিলাক সাৰ"। বাপাৰ গহ্নী মৰমৰ মাত, বাপেকোৰ গহ্নী গালি অৰ্থাৎ নিজৰ পত্নীক মাতৃ বুলি বন্দনা কৰা লজ্জাকৰ কাম। বৰপেটাৰ লোক বিশ্বাস - মাতৃ, ভগিনী, পিতৃ, ভাতৃ আদি জুৰি দিয়া গালি শপনি শুনিলেও হেনো প্ৰায়চিত্ত হ'ব লাগে। এনেকুৱা গালি শুনি লঘোণ পৰা আৰু গালি পাৰি পুৰোহিত মাতি, সমাজক ভোজ ভাত খুৱাই উদ্ধাৰ পৰাচিত হোৱা নিয়ম এতিয়াও ঠায়ে ঠায়ে বিলুপ্ত হোৱা নাই। বিশেষকৈ জীৱনৰ অন্তিম ক্ষণত, যমে মানুহে টনা টনি কৰি থকা সময়ত 'অপকৰ্মৰ স্বীকাৰোক্তিয়েহে মানুহক মৃত্যু যন্ত্ৰণাৰ পৰা উদ্ধাৰ কৰে বুলি লোক বিশ্বাস। ইছলাম ধৰ্মত গালি পৰাতো 'হাৰাম', ঠিক মাতৃৰ লগত পতিত হোৱাৰ লেখিয়া অকাৰ্য্য। গালি খোৱাজনে ক্ষমা নকৰা পৰ্য্যন্ত তেওঁৰ নিস্তাৰ নাই। তেজৰ সম্পৰ্ক থকা নাৰীৰ লগত, পতিত হোৱা পুৰুষক বাউদা, গো বাউদা আদি গালিৰে ৰেপি ৰেপি কটা হয়। অবৈধ সম্পৰ্কত জন্মা সন্তানৰ ক্ষেত্ৰত "জোহৈৰা" গালি অতি মাৰাত্মক। এটি সন্তান জন্মৰ পিছত মাতৃয়ে পুনৰাই "গা নোধোৱাকৈ" যদি এবছৰৰ ভিতৰতে অন্য এটি সন্তান জন্ম দিয়ে সেই সন্তানটো হয় "মগ্ৰা"। মগ্ৰা একপ্ৰকাৰ মাখিছালত নলগা গালি।

বৰপেটা সমাজত "পাউচা" বিয়াৰ প্ৰচলন আছে যদিও, এই বিয়াক সমাজে ভাল চকুৰে নাচায়। ফলত এই বিয়া সংক্ৰান্ত 'ঢেম্‌না' আৰু 'ঢেম্‌নী' শব্দ দুটিয়ে মোট সলাই গালিলৈ ৰূপান্তৰিত হোৱা দেখা যায়। ঢেম্‌নীৰ আগৰ স্বামীৰ সন্তান থাকিলে সেই সন্তানক সমাজে "তামাগুৰ গুইৰা" বুলি উপলুণ্ডা কৰে। স্ত্ৰৈণ পুৰুষে তিৰিৰ ভুচুং, তিৰিৰ তল, তিবৈলা, মেখ্‌লা ভাৰী আদি হাতে নামাৰি মাতে মাৰা গালিত থকা সৰকা হুব লগাত পৰে। ফকৰা যোজনাত আছে "ভাতৰ ভতুৱা মেখ্‌লা ভাৰী, ভাত বাঢ়ি দিছু খাহ্‌হি আহি"। মহাভাৰতত শতদোষী শিশুপালে স্বয়ং শ্ৰীকৃষ্ণক গালি পাৰিছে এনেদৰে — "পুৰুষৰ মাজে তই নাৰী তলা বৰ, কান্ধত বহিলি নাৰী পিন্ধন কাপৰ।" চক্ৰধ্বজ সিংহই ফুকন বৰুৱাইতক মেখেলা পিন্ধাম বুলি গালি পৰা কথাষাৰো অসম বুৰঞ্জীত

আছে এনেদৰে — "ইটা খুলি লয় যদি লওক, নহ'লে তাত থকা ফুকন বৰুৱাইতক মেখেলা পিন্ধাম"। এই ক্ষেত্ৰতো যোগিনী তন্ত্ৰই কোৱা "স্ত্ৰীয়াং জিতাঃ" অৰ্থাৎ স্ত্ৰী বশ্য পুৰুষ আচাৰ্য্য হোৱাৰ অযোগ্য বোলা কথাষাৰৰো প্ৰভাৱ পৰা যেন অনুমান হয়।

বৰ্বৰ যুগত নিজৰ অস্তিত্বৰ সুৰক্ষাৰ বাবে শত্ৰু নিধন আছিল স্বাভাৱিক ধৰ্ম। 'Like produce like'- ক্ৰিয়াৰ প্ৰতিক্ৰিয়া ধাৰণাত উদ্বুদ্ধ আদিম মানৱে কিছুমান 'মেজিককেন্দ্ৰিক' কাৰ্য্যৰ দ্বাৰা তেওঁলোকৰ মনোকামনা পূৰণৰ প্ৰস্তুতি চলাইছিল। অথৰ্ববেদ ভিত্তিক সৃষ্টি হোৱা মন্ত্ৰ সমূহত শত্ৰু নিধনৰ চমকপ্ৰদ কলা কৌশল বিদ্যমান। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ মতে — "শাও (Curse) শপত (Oath) আৰু আশীৰ্বাদ (Blessing) প্ৰকৃত পক্ষে মন্ত্ৰহে।" তন্ত্ৰ মন্ত্ৰৰ ক্ষেত্ৰত সমগ্ৰ পৃথিৱীয়ে আঙুলিয়াই দিয়া "কামাখ্যাৰ দেশ" কামৰূপত এতিয়াও শত্ৰু নিধন মন্ত্ৰ আৰু কলা কৌশলে সগৌৰৱে মূৰ তুলি আছে। তাতে আকৌ পুৰণি শাস্ত্ৰৰ পাতে পাতে ঋষি মুনিসকলে, মুখৰ কথাতে অভিশাপ দিয়া ৰোমাঞ্চকৰ কথাবোৰেও মানুহক উত্তেজিত কৰি ৰাখে। ফলত শত্ৰু নিধনৰ বাসনাই উন্মাদ কৰা মানুহে তেলত জুই লগা, গাৰীত জুই লাগা, ভোহত জুই লাগা, ডেকচা গাৰীত জুই লাগা, বুকোত জুই লাগা, তেলৰ কামাৰোত মৰা, বংশ ছেদ হৱা, ভিঠাত শগুণ পৰা, ভিঠাত দুববি গাজা, ভিঠাচন হৱা, মৰঙে মাৰা, কান্ধত কুঠৰ পৰা, জাহান্নামে যাৱা, ৰহাৰ তলে যাৱা, মৰণ নহ, শোগ্নে খাৱা, অপঘাত হৱা, যমে নিয়া, নিপুত্ৰী হৱা, তিৰিবাৰী হআ, মইহ্নেৰ মূৰা খাআ, পুত খাৱা, সৈৰা দি মৰা, গলত কলহ বান্ধি মৰা, কণ পৰা, নিপাত যাৱা, বিহখাই মৰা, বিনচ যাৱা, সবংশে ধ্বংস হৱা, বস্তি দিয়াৰ মানুহ নহ হৱা, ঢুইহ্মা, ঢুইহ্মেনী আদি অসংখ্য গালি শপনি আছে। উক্ত গালি প্ৰতিধ্বনিত হোৱা ফকৰা যোজনা কেইটামান হ'ল "ইফালে মৰা সিফালে মৰা, মাজতে জীয়া দেখি কিয় খং কৰা কণ পৰা?", "মুখেদি বলে বলে খা খা অন্তৰে বলে নিপাত যা"। বৰপেটাৰ ধেমেলীয়া গীততো গালিয়ে উজান দিছে — "কণ পৰা, শোগ্নে খাৱা মৰঙে মাৰা ৰাতি ৰাতি আলু খাই ৰাস্তাৰ কাণোত হাগা"।

গৰু খাৱা, মানুহ খাৱা, ভোৰ্তলাৰ ছাল খাৱা, কোল্জা খাৱা, ৰকত খাৱা, খক্না খাৱা, গেজ্না খাৱা, গল্তা খাৱা, চৰ খাৱা, লাঠি খাৱা, গুৰি খাৱা, অক্লা খাৱা, ঘেগলা খাৱা, খৌখা, খাউৰা, খাব নাপ, চুৱাপাত চেল্কা, চুৱেনী চেল্কা আদি গালি পাৰিও মানুহৰ জনম জাতি নোহোৱা কৰে। অখাদ্যকেন্দ্ৰিক গালি শপনি

থকা কেইটিমান ফকৰা যোজনা হ'ল — "অক্‌লা খাইতিৰ ভক্‌লা গাৰী, বাচি খাইতিৰ শুখৈ নাড়ী", "ঢলৰ পানীত উটি যা, চুৰেনীত মুখ দি যা" ইত্যাদি।

বৰপেটা অঞ্চলত ভুতুনী, যোখ্‌নী, মূৰাকণ, কালধুমা, ঘঁৰাপাক, চামন আদি দেওঁভূত কেন্দ্ৰিক গালিৰো সীমা সংখ্যা নাই। তাৰে এটি নিদৰ্শন থকা ফকৰা যোজনা হ'ল "বানৰ জীয়াৰী মই উষা মোৰ নাম, সতিনী যোখিনী তই, তোত কিবা কাম?"

প্ৰকৃতিৰ সন্তান মানুহৰ গালি শপনিত প্ৰকৃতিয়ে এখনি সুকীয়া স্থান দখল কৰাতো স্বাভাৱিক। কুকুৰ, চুৰৰ, ঢেক্‌ৰা, চেল্লাপৰা, খচ্চৰ, গাধা, গাতাৰ ইন্দুৰ, খৌহা ভেক্‌লী, চুক ভেকলী, যুঁজৰ কুক্‌ৰা, ৰণৰ ঘঁৰা, কাৰ্শলা, ফেটীগম, বুঢ়া শগুন, বুঢ়া কপ্‌তি, হুদু, ঘুগু, ছাগেলী, বান্দেৰী, হাথী কাপেলী, বাঘৰ আগতেল খাইতি, বাঘিনী, বৰবাঘা আদি প্ৰকৃতি কেন্দ্ৰিক গালি শপনি। ফকৰা যোজনাত আছে — "ছাঁগালে নাখৈ কি, তাইনু নকৈ কি?", "বাঘোৰ লগোৰ ভাই ভুখ লাগ্‌লি খাই", "বাঘৰ পাল নাই, বহু পুত্ৰীৰ হিয়া নাই", "বাঘ নমৰতে ছাল কাঢ়া", "যি নাপে চৰণৰ ধূলি, সি মাতে কুকুৰোৰ পুতেক বুলি" ইত্যাদি।

শাস্ত্ৰীয় ধ্যান ধাৰণাৰে পুষ্ট বৰপেটীয়া সমাজত বহুতো শাস্ত্ৰীয় চৰিত্ৰই গালিলৈ ৰূপান্তৰিত হোৱা দেখা যায়। যেনে — কাটু কাটু কংস মামা, শকুনি, কুঁজী মন্থৰা, দুৰ্বাসা, টুটকা নাৰদ, জমদগ্নি, কুম্ভকৰ্ণ, শূৰ্পনখা, ঘৰ বিভীষণ, ধৰ্ম যুধিষ্ঠিৰ, দাতা কৰ্ণ, কালান্তক যম, ৰাহু কেতু, শনি, হুতাশন ইত্যাদি। ফকৰা যোজনাই কয় - "খাই উঠি খাবাৰ মন, খাবা নাপলি হুতাশন", পেটত নাই অন্ন, নাম দাতা কৰ্ন"। দুঃচৰিত্ৰা নাৰীক সীতা সাবিত্ৰী বুলি ব্যংগ বিদ্ৰূপ কৰাও এক প্ৰকাৰ গালি। লাট চাহেবৰ পুতেক, জমিদাৰৰ পুতেক, ৰাজাৰ পুতেক আদি বক্ৰোক্তি সূচক কথাতো মানুহে ঘাত নমৰি ৰিম্‌ৰিমিত মৰে।

অন্য এক প্ৰকাৰৰ গালি হ'ল আত্ম অনুশোচনাৰ গালি। বহুতো মহিলাই নিজৰ দুৰ্ভাগ্যক ধিয়াই নিজে নিজক ধিক্কাৰ দিয়ে —"ধাৰ কাপেলী ৰাধে, বৰী বাইবা সাধে", "ধা ধা ধা, কাপালোত কি আছে ফালি চিৰি চা'। বৰপেটাত নিজৰ পুত্ৰক গু খাবাৰ পুতেক, চুৰৰৰ বাৎচ্ছা, কুকুৰোৰ পুতেক বুলি গালি পাৰি, ওপৰলৈ থু দি নিজৰ গাত পেলোৱা খণ্ডাল পিতৃৰো অভাৱ নাই।

গালিৰ ধৰণ কৰণো অনেক। সন্মানীয় জনক অবজ্ঞা, অসন্মান কৰিবলৈ 'তই' শব্দ ব্যৱহাৰ কৰিলে সেয়া হয় গালি — "মই মাতে অহংকাৰ, তই মাতে

গালি"। গালি শপনিৰ মাজে মাজে প্ৰহাৰ কৰা অথবা অভদ্ৰ আচৰণ কৰাৰ ভয় দেখুৱালে কাজিয়াখন বেছি পাগত উঠে। বিশেষকৈ খঙাল পুৰুষে নিজৰ বল বিক্ৰম দেখুৱাবলৈ শত্ৰু পক্ষক চৰত মুতে দিম, চৰত জন পকা দেইখে দিম, লাংটা কৰিম, পিঠিত নাগ্ৰা বাজম, কুবে দাগা পাখৰা কৰিম, জ্বালা ভাঙিম, বাপেৰ কোল্‌জা খুঅম, ভায়েৰ মাঙাহ খুঅম, মায়ে বাপেৰ বিয়া দেইখম বোলা গালি শপনিৰ আশ্ৰয় লয়।

কেতিয়াব মুখৰ খজুৱতি মাৰিবলৈ কৰা ধেমালিয়ে মাত্ৰা চেৰাই, গালি শপনিলৈ ৰূপান্তৰিত হৈ ফিৰিঙতিয়ে খাগুৰ দাহ কৰে। বৰপেটাৰ কিছুমান মানুহে অইনক পিজ্‌লে (জোকাই) ভাল পায়। সেয়েহে 'সুনেদ্‌দেইলা ফাটা বাঙী, বৰপেইটা চাফা টিনি, চতুৰী বাটে বাটে মুতুৰী, খৰেতি বাই চুণৰ পিঠা খাই লালেকোৰ কান্দোত উঠি দেউল চাইবা যাই, কিয়া গাগেৰী, চুচি পাতা ৰাঙা পাণ ফুৰে বাগৰি, নীলে ৰাজা কাপুৰ পিন্ধা ধুতী লেক্‌তে ঘূৰি ফুৰা, ডেম চালা, পাজী চালা, গাহানোৰ ৰাজা চালা, কনৈৰা ফুট খাৰ খাৱা, আদি লঘু ৰসাত্মক কথা কৈ নিজৰ ফান্দত নিজে পৰে। কথাতে আছে টিপি থাকিলে নেমু টেঙাও তিতা হয়।

গালি শপনিৰ প্ৰতিক্ৰিয়া আছে বাবেই অন্তৰত অতিপাত আঘাত লগা কথাত মানুহে মানসিক ভাৰসাম্যতা হেৰুৱাই মৃত্যু মুখত পৰা উদাহৰণো নোহোৱা নহয়। কিন্তু নিৰ্দোষী মানুহৰ গাত গালি-শপনি নালাগে, তেওঁলোকে দৃঢ়তাৰে কয় — "কুক্‌ৰে কাম্‌ৰৈ আঠুৰ তল"। আনকি "শগুণৰ শাপোত বুঢ়া গৰু নমৰে" নাইবা "আই গোসানী দিছে বৰ, কটি মূৰে উঠ্‌ছে পিতাল পিতা জ্বৰ" বুলি তেনেকুৱা গালিক ওলোটাই ব্যংগ বিদ্ৰূপহে কৰে। কিছুমান গালি আলি আলি যায়, কিছুমান গালি শালি শালি ধৰে। বিশেষকৈ লোকৰ ঘৰলৈ উলিয়াই দিয়া ছোৱালীয়ে "শাহু শহুৰৰ গালি যায় আলি আলি, আই বাপাৰ গালি ধৰে শালি শালি" বুলি নাই কথাতে বেজাৰ কৰে। হাইদ্বনৰ বিৰুদ্ধেও ফকৰা যোজনাই মাত মাতিছে —"ভায়ে ভায়েদ্বন কৰে পৰে পায় আশ, তিৰিয়ে মৰদেদ্বন কৰে ঘৰতে বনবাস"।

সময়ৰ সোঁতত বিভিন্ন কাৰণত শব্দৰ ৰূপ সলনি হৈ 'অইন দেশৰ বুলি অইন দেশৰ গালি' হয়। আমাৰ শংকৰী সাহিত্যত, বিশেষকৈ বৰগীতত, "কটিত কিঙ্কিনী বাজে" বোলা পদ ফাঁকিৰ ককাল বুজোৱা 'কটি' আৰু স্বামী বুজোৱা 'ভাতাৰ' আদি শব্দবোৰ পিছলৈ বৰপেটাত গালি ৰূপে পৰিগণিত হৈছে। তাৰ সাক্ষী 'নাপৰ পাই, সাত পুৰুষ মৰি গেইছে কটি ধুৱা পানী খাই', 'নহৰ ঘৰত হৈছে নাতি নাম

দিছে হাগা কটি'। ঠিক সেইদৰে উজনিত নিঃসংকোচে ব্যৱহাৰ কৰা শব্দবোৰ নামনিত গালি আৰু নামনিৰ এনেকুৱা শব্দবোৰ উজনিত লাজৰ কথা, গালি।

খং, ৰাগ, মান, অভিমান, দুখ, শোকত মানুহৰ মুখেৰে অতৰ্কিতে গালি শপনি ওলাই আহে। এই ক্ষেত্ৰত পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱ মন কৰিবলগীয়া কথা। পাৰিপাৰ্শ্বিকতাই, ঘৰুৱা পৰিৱেশে মানুহৰ অভ্যাস গঢ়ে, যাৰ ফলত মানুহ এজনে মুখ মেলিলেই বুজিব পাৰি তেওঁৰ সংস্কাৰ কি। কেতিয়াবা অবাটে যোৱাজনক শাসন কৰিবলৈকো গালিৰ পাশুপাত প্ৰয়োগ কৰিব লগাত পৰে। কিন্তু লঘু দোষত গুৰু শাস্তি বা গুৰু দোষত লঘু শাস্তি হ'লে তাৰ ফল হয় বিপৰীত। মুঠতে জ্বৰ এৰিলেও কপটিয়ে নেৰাৰ দৰে গালি শপনিয়ে মানুহৰ লগ নেৰে।

গালি শপনিৰ বিষয়ে ক্ষেত্ৰানুসন্ধান কৰোতে বৰপেটাৰ শিল্পী সাহিত্যিক শ্ৰদ্ধেয় শ্ৰীযুত গোকুল পাঠক আৰু আমাৰ আগত ভকত পাৰাৰ এগৰাকী আই মাতৃয়ে কৈছিল —"আমি গালি পাৰু, নাপাৰা নহয়, কিন্তু পেটৰ জ্বালাত গালি অলায়"। পেটৰ জ্বালাত গালি ওলায়, কথাটো বৰ তাৎপৰ্য্যপূৰ্ণ। অৱশ্যে কথাই কথাই 'মইনা মাত' নামাতিলে বহুতৰে আকৌ গা জুৰ নপৰে।

বৰ্ত্তমান আমাৰ সমাজত প্ৰকাশ্যে অশ্লীল অশ্ৰাব্য গালি পাৰা অভ্যাস লাহে লাহে লুপ্ত হৈ আহিছে যদিও পাশ্চাত্য জগতৰ ব্লাডী, নন্‌চেন্স, বাষ্টাৰ্ড, ষ্টুপিড আদি গালিবোৰ এতিয়া ভাতৰ লগত পানী খোৱা কথা। আজি কিছু বছৰৰ ভিতৰতে 'বাহিৰৰ সকলো ভাল' বুলি নিৰ্বিবাদে এহাত বুকে গ্ৰহণ কৰিব পৰা মানসিকতাত পাশ্চাত্যৰ গালিবোৰো সহজে জীণ গৈ আছে। মুঠতে, মাছ বুলি নাখাই জিজি বুলি' টকালি পাৰি হজম কৰা ইংৰাজী গালিবোৰ বুজি পালে, অসমীয়া গালিৰো বাপেক।

যি কি নহওঁক, লোক সংস্কৃতি অধ্যয়নৰ উত্তম আহিলা এই গালি শপনি অবাইচ মাত কথাবোৰ উদ্ধাৰ কৰিব পাৰিলে শাপ মুক্ত হ'ব বহুতো সমাজ তাত্বিক তথ্য। সমাজ এখনৰ পৰিপূৰ্ণ পৰিচয় পাবলৈ, উক্ত সমাজখনৰ ভাল বেয়া সকলোবোৰ কথা সূক্ষ্মভাৱে নিৰীক্ষণ কৰাতো লোক সমাজ বিজ্ঞানীৰ মূল লক্ষ্য। এই ক্ষেত্ৰত অসমৰ সুযোগ্য সন্তান চৈয়দ আব্দুল মালিকৰ 'নল, খাগৰি বিৰিণা'ত থকা তাৎপৰ্য্যপূৰ্ণ কথাষাৰ হ'ল —"অবাইচ মাতত কেঁচা ঘামৰ আৰু কেঁচা ঘাঁহৰ গোন্ধ আছে। প্ৰতিটো খেলতে মতা মাইকীৰ নিজৰ জাতীয় অংগৰ নাম সুঁৱৰি সোৱাদ পায়। নিলাজ কথাৰ সোৱাদ আছে অৰ্থ নাই। সেয়া নিৰ্ভাজ মনৰ কথা।"●

# বৰপেটাৰ আশে-পাশে আইনাম

সমগ্ৰ ভাৰতবৰ্ষতে বসন্ত ৰোগৰ অধিষ্ঠাত্ৰী হিচাপে শীতলা দেৱীক বিভিন্ন নামে, বিভিন্ন ৰূপে পূজা কৰা হয়। অসমতো অতীত কালৰ পৰাই এই পূজাৰ ব্যাপক প্ৰচলন আছিল যদিও মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ একশৰণ নামধৰ্মৰ প্ৰভাৱত অসমৰ ঠায়ে ঠায়ে শীতলা পূজাৰ পূৰ্বৰ ৰূপ ম্লান পৰি আহিছে। বিশেষকৈ বৰপেটা অঞ্চলত একশৰণ নাম ধৰ্মত বিশ্বাসী লোকে শীতলা পূজা সম্পূৰ্ণ ৰূপে পৰিত্যাগ কৰিছে। অৱশ্যে অঞ্চল বিশেষে শীতলাই যে বসন্ত ৰোগৰ অধিষ্ঠাত্ৰী দেৱী এই লোক বিশ্বাস এতিয়াও লুপ্ত হোৱা নাই। বৰপেটাৰ আশে পাশে থকা কিছুমান গাওঁত আংশিকভাৱে হ'লেও এতিয়াও শীতলা পূজাৰ প্ৰভাৱ পৰিলক্ষিত হয়। এই গাঁওবোৰত আজিও পূৰ্বৰ পৰম্পৰা ৰক্ষা কৰি ঘৰুৱা আৰু ৰাজহুৱাভাৱে “আই নাম” আৰু “আই বিদেকী” (আই বিদায় দিয়া) পাতে। বছৰৰ যিকোনো সময়তে বসন্ত ৰোগে দেখা দিব পাৰে যদিও ফাগুন-চ'তত উখাৰ পৰিলে বসন্ত ওলোৱা আৰম্ভ হয় আৰু বহাগ জেঠত এই বেমাৰ বেছি হয়। কোনো এখন গাঁওৰ এঘৰত আই দেখা দিলে আই ওলোৱা ঘৰখনৰ পৰিয়ালৰ লগতে গোটেই গাঁওৰ মানুহখিনিয়ে বিশেষভাৱে সচেতন হৈ কিছুমান নীতি নিয়ম পালন কৰে। আই দেখা দিয়াৰ লগে লগে পৰিয়ালৰ মানুহবোৰে নিৰামিষ আহাৰ খোৱাৰ উপৰিও ঘৰখন মচি কাচি ধূপ-ধূনা জ্বলাই পৰিস্কাৰ আৰু সুগন্ধি কৰি ৰাখে। আইসকলে গায় —

ঠাইখিনি মুচা-কাচা ফুল মল্‌মল্ কৰে  
তাতে বহি ডাঙৰ আই, মাজু আই, সৰু আই  
প্ৰাণ্‌চামেৰি আই শ্ৰৱণ কীৰ্ত্তন কৰে।  
ঠাইখিনি মুচা-কাচা ফুল মল্‌মল্ কৰে  
তাতে বহি সাত বইনী, নবইনী, বাৰবইনী

পৰিষদৰ দাস দাসী আই আহি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচাকাচা ফুল মলমল্ কৰে
তাতে বহি কাণী, কুঁজী চণ্ডলি, ভণ্ডলি বুঢ়াগহে
বটগুৰুই আহি শ্ৰৱণ কীৰ্ত্তন কৰে।

বৰপেটা জিলাৰ আইসকলৰ কল্পনাত ধৰা দিয়া বহু ৰূপিনী শীতলাৰ আটাইকেইটি ৰূপ স্বীকাৰ কৰি লৈ আই ওলোৱা বেমাৰীৰ মূৰ শিতানৰ পুব ফালে এখন পীৰাত বগা অনাকাটা কাপোৰ পাৰি, তাৰ ওপৰত এখনি আগলতি কলপাত দি সেই কলপাতৰ ওপৰত নভাগ বা বাৰভাগ দ্ৰোণী ফুল্ নাইবা কাঠন্দা ফুল ৰাখি থয়। লগতে এটা কাঁহ বা পিতলৰ ঘটিত শীতলাৰ নাম মাহাত্ম্যৰে মন্ত্ৰপুত কৰা পানীত দুবৰি আৰু বগাফুল তিয়াই ৰাখে। বসন্ত ৰোগ দেখা দিয়াৰ পৰা এই ৰোগ নিৰাময় হোৱালৈকে ৰোগীৰ গাত যি লক্ষণ ফুটি উঠে, সেই লক্ষণৰো বিতং বিৱৰণ আই নামৰ মাজতে পৰিলক্ষিত হয় —

কৈলাসৰে পৰা আই নামি আহে
হৰবে মন্দিৰ চাই হৰি এ,
ডাঙৰ আই আহিছে আসনে বহিছে
বালেকক ফুল দিবা লগি হৰি এ।

ভাঙনি --

নাম ধৰিয়ো ও আই ইচেৰীৰ সেৱা
সাতো বইনী লগ লাগি পিতৃৰ তাকে গৈলা।
মনিষৰ নগৰক যাওঁ আমাক আজ্ঞা দিয়া।।
মনিষৰ নগৰক যাবি মোৰ নাম ৰাখ্‌বি।
কেহো সুখী কেহো দুখী সমান দেখ্‌বি।।
ফুলেজলে পূজা খাই তুষ্ট হৈ আইহ্‌বি।
পিতেকৰ আজ্ঞা লৈ চিলানকে গৈলা।
চিলান কৰি সাতো বইনী পাৰে উঠিলা।।
লাহৰে চুলি কচা জাকুৰি বান্ধিলা।
শুক্ৰ বইন্না শাৰীখেন মেৰ দি পিন্ধিলা।।
পূব-পশ্চিম-উত্তৰ-দক্ষিণ দৃঢ় কৰি চাইলা

সাতো বইনী লগ লাগি ৰথত উঠিলা।।
মনুষ্যৰ নগৰক যাই জিৰণি জিৰাইলা।
সপনে সচিতে আই মনিষক দেখা দিলা।।

* * *

এক দিন, দুই দিন, তিনি দিন জ্বৰাইলা।
চাৰি দিনাৰ দিনে আই মুখে দেখা দিলা।।
'পাচ দিনাৰ দিনে আই গাৱে দেখা দিলা।
ছয় দিনাৰ দিনে আই পাৱে দেখা দিলা।।
সাত দিনাৰ দিনা আই ভোগক ভোগাইলা।
আঠ দিনাৰ মূৰত আই মুখে চিত্‌কিলা।।
ন দিনাৰ মূৰত আই গাৱে চিত্‌কিলা।
দহ দিনাৰ মূৰত আই পাৱে চিত্‌কিলা।।
এঘাৰ দিনাৰ মূৰত আই চকলি ধৰিলা।
বাৰ দিনাৰ মূৰত আই চিলান কৰিলা।।
চিলান কৰি সাতো বইনী বিদায় মাগিলা।

সাধাৰণতে তিনি দিন বা পাঁচ দিনৰ দিনাখন আই ভৰ দিলে আইৰ কাৰণে বাকলি গুচোৱা মুগ, চাউল, চেনি মিহলোৱা কেঁচা প্ৰসাদৰ লগতে পিঠাগুৰি বা চাউল, গাখীৰ, কল, চেনি সানি প্ৰস্তুত কৰা কেঁচা ভোগ আগবঢ়াব লাগে। এখনি আগলি কলপাতত প্ৰসাদ আৰু ভোগৰ নটা বা বাৰটা সৰু সৰু ভাগ কৰি তাৰে ওপৰত একোখন তামোল আৰু একোটা বগা ফুল দি ঘৰৰ গৃহস্থনীয়ে চুলি মেলি আইক স্তুতি-ভক্তি কৰাৰ পিছত, এখন চালনী বা কুলাত ভোগ আগবঢ়োৱা কলপাত খিলা তুলি লৈ পথাৰৰ ভাল ঠাইত থৈ আহিব লাগে। বেমাৰীৰ কাৰণে এভাগ থৈ বাকীখিনি প্ৰসাদ পাঁচ, সাত বা নজনী অকুমাৰী ছোৱালীৰ মাজত ভগাই দিয়া হয়। উল্লেখযোগ্য যে আগলি কলপাত তুলি নিয়া চালনী বা কুলাখন দুদিন বা তিনিদিন ঘৰৰ চালৰ ওপৰত তুলি থব লাগে। ঘৰত আই থকাৰ সময়ত ঢেঁকী বা উৰালত ধান বন্ধা, ভিক্ষাৰীক চাউল দিয়া, অইন মানুহক বস্তু দিয়া আদি নিষেধ। আই ওলোৱাৰ সময়ত ঘৰত কিবা অনিয়ম হ'লে বা চুৰা ভাল লাগিলে আইয়ে খুটি বা ঘাচি ধৰা বুলি এটা লোক বিশ্বাস আছে।

সাধাৰণতে এঘাৰ বা বাৰ দিনমান হ'লে আইৰ চকলি কাটে। তেতিয়া বেমাৰীক ভালদৰে নিমু তিতাৰ পাত সিজোৱা পানীৰে গা ধুৱাব লাগে। উল্লেখযোগ্য যে একেঘৰতে এজনৰ পিছত যদি এজনৰ গাত আইয়ে দেখা দিয়ে তেতিয়া প্ৰত্যেকৰে মংগলৰ কাৰণে কেঁচা ভোগ আগবঢ়ায়। একেবাৰে শেষত উইথেলিতে (উমৈহতীয়াভাৱে) ৰন্ধা ভোগ অৰ্থাৎ পায়স দি আইক বিদায় দিয়ে।

•বৰপেটা জিলাৰ আইনামৰ অন্যতম বিশেষত্ব হ'ল ৰাজহুৱাভাৱে দিয়া আই বিদেকী নাম। বিশেষকৈ বৰনগৰ অঞ্চলত গৰখীয়া গোঁসাই থানৰ 'জাগৰণ উৎসৱ'ৰ আগে আগে বৰনগৰৰ উনৈশখন চুবাত — মেধী পাৰা, বাখ্ৰা পাৰা, কুমাৰ খাট, বাৰেগাওঁ, বেঙাপাৰা, কেতেকীবাৰী, ওজাপাৰা, কানাইপাৰা, নদীয়াপাৰা, মালপাৰা, উত্তৰ গণকগাৰী, দক্ষিণ গণকগাৰী, পূব-দক্ষিণ পাৰা, সৰভোগ টাউনত আৰু আশে-পাশে প্ৰধানকৈ বৰনগৰীয়া মানুহ থকা গাঁওবোৰত বেচ উলহ-মালহেৰে আই বিদেকী নাম পাতে। নাম পতা দিনাখন গোটেই গাঁওবাসীয়ে চৰু-হাড়ি, কানি-কাপোৰ, মূৰ-গা ধুই পৰিষ্কাৰ পৰিচ্ছন্ন হৈ উপবাসে থাকি নামৰ থলীলৈ আহে। আই নামৰ মূল পাঠকনীয়ে এজনী অকুমাৰী ছোৱালীৰ হতুৱাই আইৰ শৰাই ভাগ পাতে। প্ৰথমে নামথলীৰ ঠিক সোঁমাজতে পূৱফালে এটি সৰু কলৰ দোনাত এগছি চাকি জ্বলাই কল পতুৱাৰে সজা ঘূৰ্ণি এটাৰে চাকিটো বতাহ নলগাকৈ চাৰিওফালে আবৰি ৰাখে। চাকিৰ সম্মুখত কলপাতত কাঠন্দা আৰু অলপ দ্ৰোণী ফুল দি এখনি ফুলৰ আসন পাতে। উত্তৰা-দক্ষিণাকৈ পতা কলপাতখিলাৰ সম্মুখত আৰু তিনিখিলা আগলি কলপাত পাৰি মাজৰ কলপাত খিলাত ১২ ভাগ ৰন্ধা ভোগ দি তাৰে ওপৰত কেচা ভোগ অলপ অলপকৈ দিয়াৰ পিছত তিয়ঁহ বা কল বাৰ চকল, বাৰখন তামোল পাণ, বাৰটা বগা ফুল দি মূল শৰাইখন পাতে। উল্লেখযোগ্য যে এই মূল শৰাইৰ সম্মুখত থকা ফুলৰ আসনখনৰ লগত এডাল এৰা সূতাৰে দুয়োখন কলপাত সংযোগ কৰি ৰখা হয়। মূল শৰাইৰ উত্তৰ আৰু দক্ষিণে থকা অন্য দুখিলা আগলি কলপাতত ৰন্ধা ভোগ আৰু কেচা ভোগ দি তাৰ ওপৰত কটা তামোল পাণ, বগা ফুল দিয়ে। আইৰ নিমিত্তে পতা আটাইকেইখন কলপাতৰ বস্তু সম্ভাৰত এৰা গাখীৰ অলপ দিব লাগে। পূৱা - পশ্চিমাকৈ থকা তিনিখিলা কলপাতৰ ঠিক মাজৰখন কলপাতৰ সম্মুখত এটা কাঁহৰ চিক্‌চিকীয়া ঘটীত গাখীৰ, পানী আৰু দুবৰি মিহলাই এটা ঘট পাতে। ৰন্ধা ভোগৰ উপৰিও চাউল আৰু চেনি দিয়া শৰাই এখনো থাকে। লগতে থাকে চাউল,

দাইল, আলু, পইচা ইত্যাদিৰ মূল পাঠকনীৰ বাবে এটি সিধা। ৰাজহুৱা আইনামৰ এটি বিশেষত্ব হ'ল আইৰ নিমিত্তে নামৰ খলাতে চৌকা খান্দি এটি পিতলৰচৌত অকুমাৰী ছোৱালী এজনীয়ে পকা ভোগ ৰন্ধাৰ পিছত লগে লগে চৌকাৰ জুই নুমাই, ছাই, এঙাৰ একাষৰীয়া কৰি ঠাইখিনি মচি-কাচি লৈহে নাম আৰম্ভ কৰে। ইফালে আই নাম ধৰি থকা অৱস্থাতে অলপ আঁতৰত ডাঙৰ চৌকা এটা খান্দি ডাঙৰ থালি এটাত মাহেকীয়া হ'বলৈ এৰা তিৰোতাই ঘৰে ঘৰে তুলি অনা আৰু ৰাইজে মানস কৰি দিয়া গাখীৰ, চাউল, চেনিৰে সৰহকৈ আইৰ ভোগ ৰান্ধি থকা সময়তে গাঁওখনৰ আইনামৰ নিৰ্দ্দিষ্ট পাঠকনীয়ে ভক্তি সহকাৰে আইৰ কীৰ্ত্তন কৰি নাম লগায়। আইৰ নাম লগোৱা নিৰ্দ্দিষ্ট পাঠকনীয়ে পৰম্পৰা সূত্ৰে আইৰ আসন পতা, পানী জৰা, জাপ বা কবচ দিয়া মন্ত্ৰ আৰু আই নামখিনি শিকি বহুতো নীতি নিয়মেৰে চলিব লগাত পৰে। পাঠকনীয়ে মৰাৰ ঘৰত, তোলনি বিয়াত খোৱা লোৱা কৰা নিষিদ্ধ।

সাধাৰণতে দুপৰীয়াৰ পৰা নাম আৰম্ভ কৰি সন্ধিয়াৰ ঠিক আগে আগে নামৰ সামৰণি পৰিলে আইৰ আসন স্পৰ্শ কৰি অনা খেৰৰ মুঠিৰ পৰা একোডালি খেৰ ডিঙিত লৈ সকলোৰে সেৱা জনায়। পাঠকনীয়ে লগাই দিয়া আশীৰ্বাদৰ অন্তত কল পটুৱাৰে বিশেষভাৱে তৈয়াৰ কৰা চালনীত আইৰ বাবে আগবঢ়োৱা চাকি, ধূপ-ধূনা, সেৱা কৰা পইচা সমস্ত খিনি তুলি পথাৰৰ মাজত থৈ আহিব লাগে। কিছুমানে নৈত উটুৱাই দিয়ে। আইৰ ভোগ নিয়া সময়ত উপস্থিত ৰাইজে তলমূৰকৈ থাকিব লাগে। পথাৰৰ ভোগ সম্ভাৰ দি অহা তিৰোতা গৰাকীও পিছলৈ ঘূৰি নোচোৱাকৈ আহি ভৰি হাত ধুই পেলায়। আইৰ বাবে ভোগ নিয়াৰ পিছতহে ৰাইজৰ মাজত প্ৰসাদ বিতৰণ কৰা হয়। এই নামত পুৰুষসকল উপস্থিত নাথাকে যদিও সৰু সৰু ল'ৰাবোৰে চাৰিওফালে আগুৰি ধৰি ৰং ধেমালি কৰি থাকে। সৰু ল'ৰাবোৰে কলপাত আদি কাটি দি আইসকলক সহায়ো কৰে।

বৰনগৰ অঞ্চলৰ ৰাইজে কেৱল মানুহৰ মংগলৰ বাবে যে আইনাম ধৰে এনে নহয়, গৰু-গাইৰ মংগলৰ অৰ্থেও একে সময়তে কিছুমানৰ গোহালী ঘৰত আইনাম পাতে। শীতলা দেৱীক সন্তুষ্ট কৰাৰ বাবে ঘৰুৱা আৰু ৰাজহুৱা দুয়ো প্ৰকাৰ নামতে আইসকলে কিছুমান নিৰ্দ্দিষ্ট আই নাম গায়। অসমৰ লোক সংস্কৃতিত এই আই নামবোৰৰ বিশেষ তাৎপৰ্য্য আছে কাৰণেই ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা দেৱে কৈছে 'যদি অনুভৱৰ আন্তৰিকতা *(Sincerity of felling)*, প্ৰকাশ ভংগীৰ স্বচ্ছতা কবিতাৰ

কষটি শিল বুলি ধৰা হয় তেন্তে আইসকলে মুখে মুখে ৰচনা কৰা আত্ম নিবেদন নামবোৰে শ্ৰেষ্ঠ কবিতাৰূপে দাবী কৰিব পাৰে।" অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি ৰখা এই আইনামবোৰ বিভিন্নজনে উদ্ধাৰ কৰি লিপিবদ্ধ কৰিছে যদিও বৰপেটা জিলাৰ বিভিন্ন গাঁওত পৰম্পৰা সূত্ৰে এতিয়াও বহুত আই নাম আই সকলৰ মুখে মুখে প্ৰচলন হৈ আছে। ইবিলাক নাম উদ্ধাৰ কৰাটো নতুন পুৰুষৰ কৰ্তব্য। অসমৰ মাতৃৰ কল্পনাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ আৰু আকুতি ভৰা কণ্ঠৰ পৰা নিগৰি ওলোৱা এই নামবোৰৰ কিছুমান শব্দৰ আক্ষৰিক অৰ্থ উলিওৱা টান যদিও সুৰৰ চমৎকাৰিত্বই আই নামৰ বিশেষ বিশেষত্ব। সমগ্ৰ অসমতে আইৰ সাতভনী বুলি কোৱা হয় যদিও বৰপেটা অঞ্চলত বাৰভনীৰ নামৰ উল্লেখ আছে। এই অঞ্চলৰ কিছুমান গাঁওৰ নামতীসকলে আকৌ আইৰ ওঠৰ গৰাকী ভনী বুলি কল্পনা কৰি সেই নিমিত্তে বিভিন্ন নামেৰে আইক কাকুতি মিনতি কৰে।●

# বৰপেটাৰ দৌল উৎসৱৰ
# বোল্‌বোলনি অনুষ্ঠান

সমগ্ৰ ভাৰতবৰ্ষতে উলহ মালহেৰে পালন কৰা হোলী উৎসৱৰ পৰম্পৰা অতি পুৰণি। অসমত হোলী উৎসৱৰ পৰম্পৰাৰ বিষয়ে আলোচনা কৰোতে ডঃ হেমন্ত কুমাৰ শৰ্মাদেৱে কৈছে যে — "কামৰূপীয় পণ্ডিত মহামহোপধ্যায় দামোদৰ মিশ্ৰই "স্মৃতি-সাগৰ-সাৰ" গ্ৰন্থত উল্লেখ কৰাৰ পৰা জানিব পাৰি যে কামৰূপত অন্ততঃ চতুৰ্দশ শতিকাৰ পৰা দৌল যাত্ৰাৰ প্ৰচলন আছে।" ভাগৱত পুৰাণ, হৰিবংশ, ব্ৰহ্মপুৰাণ আদিতো এই "বৈকুণ্ঠ উৎসৱ"ৰ উল্লেখ আছে।

ভগৱান শ্ৰীকৃষ্ণই ব্ৰজধামত গোপ-গোপীসকলৰ লগত ফাকু খেলাৰ সুন্দৰ চিত্ৰ এটি মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীতত দেখা যায় —

ফাকু খেলে কৰুণাময় এ নন্দ কুমাৰ।
দেৱৰ দুৰ্লভ কেলি ফাগুৰ বিহাৰ।।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে জীৱনৰ আগ বয়সত ৰচনা কৰা "উৰেষা বৰ্ণন" অধ্যায়ত ইন্দ্ৰদ্যুম্ন ৰজাই জগন্নাথ মহাপ্ৰভুক দৌলত প্ৰতিষ্ঠা কৰি দৌল উৎসৱ পালন কৰা বৰ্ণনা আছে —

ৰঙ্গে ফাকু খেলে চৈতন্য বনমালী
দুয়ো হাতে ফালগু গুণ্ডা সিঞ্চন্ত মুৰাৰী।।

* * *

ফাগুনীত গোবিন্দক তুলিয়া দৌলত।
দৌল যাত্ৰা মহোৎসৱ কৰে যিবেলাত।।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ একশৰণ নাম ধৰ্মত মূৰ্ত্তি পূজা নিষিদ্ধ যদিও পূৰ্বৰ পৰা প্ৰচলিত লোক পৰম্পৰাৰ প্ৰতি সহানুভূতি দেখুৱাই, কৃষ্ণ মাহাত্ম্য প্ৰকাশৰ বাবেই পোন প্ৰথমে বৰদোৱা সত্ৰত দৌল উৎসৱৰ আয়োজন কৰা বুলি গুৰু চৰিতত

উল্লেখ আছে। অসমৰ বিভিন্ন ঠাইত দৌল উৎসৱৰ প্ৰচলন আছে যদিও সম্ভৱত মথুৰা দাস বুঢ়া আতাৰ দিনৰে পৰা মথুৰা পুৰী সদৃশ বৰপেটা সত্ৰত প্ৰচলিত দৌল মহোৎসৱৰ খ্যাতিয়ে গৈ ভাৰতবৰ্ষৰ অন্য প্ৰদেশকো স্পৰ্শ কৰিছে। অসমৰ উপন্যাস সম্ৰাট ৰজনী কান্ত বৰদলৈদেৱে ১৯০১ চনতে ৰচনা কৰা "মনোমতী" উপন্যাসত বৰপেটা সত্ৰৰ দৌল উৎসৱৰ এখনি সুন্দৰ ছবি অঙ্কন কৰি গৈছে।

বৰপেটা সত্ৰৰ পূৰ্ণিমা তিথি অনুসৰি কেতিয়াবা ফাগুন, কেতিয়াবা চ'ত মাহত তিনিদিনীয়া বা চাৰিদিনীয়াকৈ দৌল উৎসৱ পালন কৰা হয়। দৌলৰ প্ৰথম দিনটো "গন্ধ", দ্বিতীয় বা তৃতীয় দিনাখন "ভৰ দৌল" আৰু শেষৰ দিনাখন "সুৱেৰি" (সোৰী)। সুৱেৰিৰ দিনাখনেই বৰপেটা সত্ৰৰ মঠৰ চোতালত অনুষ্ঠিত হয় বোল্‌বোলনি (বাদানুবাদ) অনুষ্ঠান। স্থানীয় ৰাইজে ইয়াক "বল্‌বলনি" বা বাদখেলোৱাও বোলে। পুৰণি আখ্যান মতে শ্ৰীকৃষ্ণই "ঘুনুচা বাৰী"লৈ গৈ সাতদিন থকাৰ পিছত লক্ষ্মী আইৰ কাষলৈ উভতি আহোতে লক্ষ্মী আইয়ে খং ৰাগ অভিমান কৰি শ্ৰীকৃষ্ণক মন্দিৰত প্ৰৱেশ কৰিবলৈ দিয়া নাছিল। লক্ষ্মী আইক এৰি ঘুনুচা বাৰীলৈ যোৱা সংক্ৰান্তত শ্ৰীকৃষ্ণ আৰু লক্ষ্মীৰ মাজত নানান বাক্ বিতন্দা হয়। শেষত যেনিবা শ্ৰীকৃষ্ণই পৰাজয় স্বীকাৰ কৰি লক্ষ্মী আইৰ হাতত ৩০০.০০ টকা দৰ দি মন্দিৰ প্ৰৱেশ কৰে।

সুৱেৰিৰ দিনাখন গোসাঁই বৰপেটা সত্ৰৰ পৰা দুই মাইল দক্ষিণে থকা গণককুছি সত্ৰৰ অন্তৰ্গত কলবাৰী কুছিৰ ৰাখাল গোসাঁইৰ পথাৰৰ পৰা 'হেক্‌তা' খাই আহি লক্ষ্মীৰ ফলীয়া ভকতে ধৰা বাহঁৰ হেঙাৰ ভাঙি নাম ঘৰৰ চাৰিওফালে সাতবাৰ প্ৰদক্ষিণ কৰি "মণিকূট" সোমাবলৈ প্ৰস্তুতি চলোৱাৰ সময়তে মঠৰ চোতালত "বোল্‌বোলনি" অনুষ্ঠান অনুষ্ঠিত হয়। অন্যান্য ভকতসকলৰ লগত দুজন মুখ্য ভকতে মুগাৰ চোলা, পাটৰ ধুতী, পাটৰ চেলেং আৰু মূৰত পাগুৰি মাৰি এজনে লক্ষ্মী আৰু আন জনে শ্ৰীকৃষ্ণৰ ভূমিকা লৈ বাদ আৰম্ভ কৰে। শ্ৰীধৰ কন্দলীৰ "ঘুনুচা কীৰ্ত্তন"ৰ কাহিনীৰ ওপৰতে ভেজা দি বোলবোলনি আৰম্ভ হয় যদিও বৰপেটা সত্ৰত পূৰ্বৰে পৰা চলি থকা নাটকীয় বচনখিনি সম্পূৰ্ণ সুকীয়া। যেনে –

কৃষ্ণ ঃ মই হৰি জগত ঈশ্বৰ আদি দেৱ।
ব্ৰহ্মা হৰ ইন্দ্ৰ সৱে কৰে সেৱ।।
লক্ষ্মী ঃ বান্দৰকো হৰি বুলি বেদে আছে কৈ।
বনেগৈয়া বন ফলমূল খাৱা যাই।।

কৃষ্ণ ঃ হেন শুনি হাসি হৰি দিলন্ত উত্তৰ।
স্ত্ৰী জাতি একোকালে নুহি সতন্তৰ।।
লক্ষ্মী ঃ লক্ষ্মীয়ে কহয় শুনা আমাৰ উত্তৰ।
স্ত্ৰী সতন্তৰ পুৰুষে নহে সতন্তৰ।।

লক্ষ্মী ঃ হেন শুনি হাসি লক্ষ্মী ৰঙ্গ কৰি।
সত্যভামা আগবাঢ়ি দিলদ্বাৰ চাৰি।।
কৃষ্ণ ঃ আমাৰ হেনয় দণ্ড — অন্য কোনে চায়।
গৃহস্থ অধীন সব জানিবা ভাৰ্য্যায়।।

ওপৰত উল্লেখ কৰা বোল্‌বোলনিৰ বচনখিনি মাতোতে পাৰদৰ্শী ভকত দুগৰাকীয়ে লোকৰঞ্জনৰ কাৰণে নানা অংগী ভংগী দি অনুষ্ঠানটি অতি উপভোগ্য কৰি তোলে। বোল্‌বোলনি অনুষ্ঠানৰ পৰিপূৰক হিচাপে আইসকলেও জাউৰিয়ে জাউৰিয়ে দৌলৰ গীত গাই কৃষ্ণ আৰু লক্ষ্মীৰ ভূমিকাত অবতীৰ্ণ ভকত দুজনাৰ লগত পৰোক্ষ সহযোগিতা আগবঢ়ায়। কীৰ্ত্তন ঘৰৰ উত্তৰ ফালৰ কাঁথিত সৰিয়হ সৰকি যাব নোৱাৰাকৈ বহা আইসকলে গায় —

হে লক্ষ্মী আই হে লক্ষ্মী আই
গহেক নেদিবা ঠাই হে ৰাম,
তোমাৰো গহেও পাথাৰ ফুৰি আইছে
তেওঁৰ গাত বিস্‌চ্ (বিশ্বাস) নাই হে ৰাম।

দৌল উৎসৱ যদিও ভগবান শ্ৰীকৃষ্ণৰ ফাকু খেলা উৎসৱ, সামাজিকৰ কল্পনা প্ৰৱণতাই এই উৎসৱৰ লগত লক্ষ্মী আই আৰু শ্ৰীকৃষ্ণৰ বিবাহৰ ৰহণ সানিহে ভাল পায়। সেয়েহে আইসকলৰ নিজস্ব সম্পদ 'দৌলৰ গীত'সমূহে বিয়াগীতৰ ৰূপত প্ৰকাশ পায় এনেদৰে —

বাপ কইলা ঠাকুৰ বাপ কইলা ঠাকুৰ,
মণিনো এৰিলা ক'ত হে ৰাম।
তোমাৰ গলৰ মণি চিনা পাই আহিলু,
ঘুনুচা গোপিনীৰ তোত হে ৰাম।।
ঘুনুচা গোপিনী মদন গোপিনী

গঢ়েছিল কুন কাহাৰে হে ৰাম।
থগিত কৰি পিণ্ড দেই,
হাঁহিছে ঈশ্বৰে হে ৰাম
গহেৰ গোপ্‌নী আই
থান কাপোৰ লগেছে,
লাগে কহিঁকলৰ মাকুহে ৰাম,
আহতে যাঅতে কইলা ঠাকুৰে,
থান কাপ্‌ৰোত মাৰি যায় ফাকুহে ৰাম।

বোল্‌বোলনি অনুষ্ঠিত হৈ থকা সময়ত আইসকলে দৌলৰ গীত, 'উৰেষা বৰ্ণন'ৰ গীত, মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ দৌল উৎসৱৰ উল্লেখ থকা বৰগীতৰ লগতে উপস্থিত ৰাইজকে দৰা আৰু কইনাঘৰীয়া বুলি কল্পনা কৰি গীতবোৰ খাপ খুৱাই লয়।

বোল্‌বোলনিৰ নিৰ্দ্দিষ্ট বচনখিনি একেৰাহে মাতিবলৈ বিশ মিনিট মান সময় লাগে যদিও কলীয়া গোসাঁয়ে কীৰ্ত্তন ঘৰৰ চাৰিওফালে ঘূৰি থকা সময়ত দফা দফাকৈ বচনখিনি অভিনয় কৰে। এই ক্ষেত্ৰত গায়ন বায়নেও বিশেষ ভূমিকা পালন কৰে। সেইখিনি সময়ত দোলাধাৰী ভকতসকলে গোসাঁইৰ খাটোলা ক্ষন্তেক সময় মঠৰ চোতালত ৰখাই দিব লাগে। বোল্‌বোলনিৰ বচন বিৰতি হ'লেই ডেকাসকলে মন প্ৰাণ হৰা হোলী গীত গাই গোসাঁইৰ খাটোলা হিৰ্‌হিৰাই টানি লৈ যায়। এনেকৈ সম্পূৰ্ণ সাত পাক ঘূৰাৰ পিছত মঠৰ চোতালত অনুষ্ঠিত বিশেষ বোল্‌বোলনি অনুষ্ঠান সমাপ্ত হয় আৰু গোসাঁয়ে কীৰ্ত্তন ঘৰৰ উত্তৰ ফালৰ দুৱাৰেদি, দুৱাৰমুখত চাকি ভাঙি ভিতৰ সোমায়।

উল্লেখযোগ্য যে সকলো ভকতে বোল্‌বোলনি অনুষ্ঠানৰ লক্ষ্মী আৰু শ্ৰীকৃষ্ণৰ ভূমিকা লবলৈ সাহস নকৰে। কাৰণ অনুষ্ঠানটিৰ লগত কঠোৰ নীতি নিয়ম, সংযম, সাধনা আৰু বহুতো লোক বিশ্বাস নিহিত হৈ আছে। এই অনুষ্ঠানৰ নাটকীয় উক্তিখিনি হেনো অতি নিৰ্জন স্থানত অনুশীলন কৰিব লাগে। আনকি কোনো পশু-পক্ষীৰো কাণত নপৰাকৈ অতি সাৱধানতা অৱলম্বন কৰি বচনখিনি পৰম্পৰাসূত্ৰে শিকি লয়। গুপ্ত মন্ত্ৰ আয়ত্বৰ এই নীতি নিয়ম "যোগিনী তন্ত্ৰ"ৰ বিধান। ভাওনাত ভাও লোৱা ভাওৰীয়াই ভাওনাৰ দিনাখন শুদ্ধভাৱে উপবাসে থকাৰ নিচিনা বোল্‌বোলনিত অংশ

লোৱা ভকত দুগৰাকীয়ে সুৰেৰিৰ তিনিদিন আগৰে পৰা লঘোণে থাকি সেই কেইদিন মাটিত শয়ন কৰিব লাগে। বোল্‌বোলনিৰ শেষত অৰ্থাৎ গোসাঁই মণিকূটত সোমোৱাৰ পিছতহে তেওঁলোকে অলপ ফলমূল খাই, পিছদিনখনহে নিজ হাতে ৰান্ধি হবিষান্ন গ্ৰহণ কৰিব পাৰে। বৰপেটা সত্ৰৰ বোল্‌বোলনি অনুষ্ঠানৰ ইতিহাসত সত্ৰীয়া কৃষ্টিৰ একান্ত সাধক ঁনাৰায়ণ চন্দ্ৰ গায়ন আৰু একান্ত সেৱক সুদৰ্শন ব্যক্তি ঁবাসুদেৱ দেৱ শৰ্মাৰ (ৰাজমেধি) স্মৃতি আজিও ৰাইজে শ্ৰদ্ধাৰে স্মৰণ কৰে।

বোল্‌বোলনি অনুষ্ঠানটি বৰপেটা সত্ৰৰ বাহিৰেও ইয়াৰ আশে পাশে থকা সত্ৰ সমূহতো অনুষ্ঠিত হয়। অৱশ্যে বৰপেটা জিলাৰ অন্যতম গৰখীয়া গোসাঁই প্ৰভুৰ থানত শ্ৰীধৰ কন্দলীৰ "ঘুনুচা কীৰ্ত্তন"ৰ আৰ্হি মতে এই অনুষ্ঠান পৰিচালনা কৰে। ইয়াতো দুজন ভকতে ঘুনুচা কীৰ্ত্তনৰ পদবোৰ কেতিয়াবা নাটকীয় ভাৱে, কেতিয়াবা গীতৰ সুৰত গাই দৰ্শকৰ মন মুগ্ধ কৰে। মাজে মাজে স্থানীয় ৰহণ সানি "ঘুনুচা কীৰ্ত্তন"ৰ কাহিনীৰ লগতে সংগতি ৰাখি কিছুমান খুহুতীয়া কথা কৈ দৰ্শকৰ মাজত হাঁহিৰ জোৱাৰ তোলে। মহা প্ৰভু গৰখীয়া গোসাঁই থানত শ্ৰীভবানন্দ পাঠক আৰু শ্ৰীৰামমোহন পাঠকে সুললিত কণ্ঠ আৰু অভিনয় দক্ষতাৰে "বোল্‌বোলনি" অনুষ্ঠানটি অতি উপভোগ্য কৰি ৰাখিছে। বৰ্ত্তমান অতি জনপ্ৰিয় অনুষ্ঠান "বাটৰ নাট"ত সম্পূৰ্ণ পাশ্চাত্যৰ প্ৰভাৱ বুলি আত্ম সন্তুষ্টি লাভ নকৰি, আজিৰ পৰা প্ৰায় পাঁচশ বছৰ আগতেই যে "বোল্‌বোলনি"ৰ নিচিনা অনুষ্ঠানতেই বাটৰ নাটৰ বীজ অঙ্কুৰিত হৈছিল সেই বিষয়ে চিন্তা চৰ্চা কৰাৰ প্ৰয়োজন আহি পৰিছে।●

# লোক-সংস্কৃতিত 'ভাৰৰ' স্থান

সমাজ ব্যৱস্থাই মানুহৰ ৰীতি-নীতি নিয়ন্ত্ৰণ কৰে। এটা জাতিৰ ৰীতি-নীতিৰ মাজতেই জাতিটোৰ প্ৰকৃত সত্তা বিচাৰি পোৱা যায়। অতীতৰ পৰা অসমীয়া সমাজখনেও কিছুমান নিৰ্দ্দিষ্ট ৰীতি-নীতি পালন কৰি আহিছে। বৰ্ত্তমান যন্ত্ৰযুগৰ কবলত কিছুমান ৰীতি-নীতি অচল হৈ পৰিছে যদিও, উক্ত ৰীতি-নীতিবোৰে ৰূপান্তৰৰ মাজেৰেই কিছু পৰিমাণে হ'লেও নিজৰ অস্তিত্ব ৰক্ষা কৰি আছে। অসমীয়া সমাজৰ তেনেকুৱা ৰীতি এটি হ'ল বিভিন্ন অনুষ্ঠানত "ভাৰ"ৰ ব্যৱহাৰ।

বিদেশীৰ অন্তৰত ত্ৰাসৰ সৃষ্টি কৰা অতীত অসমৰ বাট পথৰ দুৰ্গমতা সৰ্বজনবিদিত। পুৰণি কালত অসমৰ মানুহে বোজা আদি কঢ়িওৱাৰ বাবে হাতী, নাওঁ আদিৰ সহায় লব লগাত পৰিছিল। সৰ্ব সাধাৰণ মানুহৰ বাবে বোজা কঢ়িয়াই নিয়াৰ সহজলভ্য উপায় আছিল ভাৰৰ ব্যৱস্থা। অসমীয়া মানুহৰ বিশ্বাস — মিতিৰৰ ঘৰলৈ শুদা হাতে যাব নালাগে, মিতিৰেও শুদা হাতেৰে বিদায় নিদিয়ে। গতিকে অসমীয়া মানুহৰ দৈনন্দিন জীৱনত ভাৰৰ এখনি সুকীয়া আসন আছে।

ভাৰ বুলি ক'লে মেট মৰা বোজা কঢ়িয়াই নিয়া ভাৰখনৰ পৰা আৰম্ভ কৰি এডাল খেৰৰ দুয়োমূৰে অলপ অলপ ফেহু দি বন্ধা 'ৰাখাল ভাৰ'খনো আমাৰ চকুৰ আগত ভাহি উঠে। আমাৰ এই প্ৰবন্ধত অসমীয়া সমাজত মাংগলিক কামত ব্যৱহাৰ কৰা কেইখন মান ভাৰৰ কথাহে উল্লেখ কৰিম।

১। খাটাৰ ভাৰ ঃ- দৰাঘৰে বিয়াৰ তাৰিখ খাটাং কৰিবলৈ কইনা ঘৰলৈ এই ভাৰখন আনে। ভাল দিন বাৰ চাই তামোল পাণ, পকাকল, নাৰিকল, দৈ, গুড়, মাছ, মিঠাই আদিৰ লগতে কইনাজনীৰ বাবে আৰ্চি, ফণি, গোন্ধতেল, সিন্দুৰ, প্ৰসাধন দ্ৰব্য, চেণ্ট আদিৰে এই ভাৰ সজাই অনা হয়।

২। তেলৰ ভাৰ ঃ- উজনি অসমৰ টেকেলি দিয়া বা জোৰণ দিয়া অৰ্থত নামনিত তেলৰ ভাৰ বুলি কোৱা হয়। বিয়াৰ আগদিনাখন নাইবা দুদিন আগতে আবেলি পৰত দৰা ঘৰৰ পৰা কইনা ঘৰলৈ এই ভাৰ নিয়া হয়। সাধাৰণতে ঠাইভেদে ভাৰ তিনি বা পাঁচখন হয় যদিও প্ৰথমখন ভাৰত তেলৰ টেকেলি নিয়াতো অপৰিহাৰ্য্য। পিছৰ ভাৰকেইখনত মাহৰ টেকেলি, চাউলৰ টেকেলি, গুড়ৰ টেকেলি, মাছ, গাখীৰ, পানীলাউ বা পচলা, এখন চালনী, এথোক তামোল, এটা পাণ, পকাকল আদি ভাৰ বান্ধি নিব লাগে। বাকী কইনাৰ কাপোৰ, অলঙ্কাৰ, প্ৰসাধন দ্ৰব্য, 'পাইতা আঙঠি', ঘুন্‌চা, গোন্ধ তেলৰ বটল, পীৰাত পৰা, চেণ্ট, মিঠাই আদি শৰাইত কুৰ্চাৰ ৰুমাল নাইবা অনাকটা কাপোৰেৰে ঢাকি নিব লাগে। সৰ্বসাধাৰণ মানুহে পাঁচখন বা সাতখন ভাৰ নিলেও অৱস্থা সম্পন্ন মানুহে ত্ৰিশ বা চল্লিশখন ভাৰ নিছিল। সেই বিষয়ে ১৯৩১ চনতেই কোচবিহাৰৰ বিশিষ্ট লেখক বিজয় ভূষণ ঘোষ চৌধুৰীয়ে তেখেতৰ "আসাম ও বংগদেশের বিবাহ পদ্ধতি" নামৰ গ্ৰন্থত উল্লেখ কৰিছে "সংগতিপন্ন বরের বাটী হইতে অন্ততঃ ত্রিশ চল্লিশজন বাহক-বাহিকা ত্রিশ-চল্লিশ খানি ভারে করিয়া ঐ সকল দ্রব্য লইয়া যায়।"

৩। মামা সাদ্‌নী ভাৰ ঃ- বৰনগৰ অঞ্চলত তেলৰ ভাৰৰ লগতে কইনাৰ মোমায়েকৰ ঘৰলৈ বুলি তামোল পাণ আৰু নতুন ধুতী চোলা এযোৰেৰে মামা সাদ্‌নী ভাৰ এখনৰ প্ৰয়োজন হয়।

৪। ডাবলি ভাৰ বা দাপ্‌নি ভাৰ ঃ- বিয়াৰ ৰাতি দৰা আহি কইনা ঘৰ নৌপাওঁতেই "ডাবলি ভাৰ" আহি দৰা অহাৰ আগ জাননী দিয়ে। আগৰ দিনত দুটি চাৰিচুকীয়া ঢাকনি থকা পাচীত বিয়াৰ ৰাতিৰ বাবে প্ৰয়োজনীয় মাংগলিক দ্ৰব্য যেনে — ফুল-তুলসী, ধূপ, দীপ, তামোল পাণ, শ্ৰৱ, শ্ৰুচ, কুশবন, গৰুৰ ঘিউ ডেৰ কেজি, এৰা গাখীৰ, আখৈ, পুৰোহিত বৰণৰ ধুতী চাদৰ, দৰা-কইনাৰ মুৰলী, এখনি অনাকটা চেলেং, লগুণ গাঠি বান্ধিবলৈ অনাকটা কাপোৰ, মানধৰা কাপোৰ, বটা, আখৈ তোলাজনক দিবলৈ কাপোৰ, বিয়াৰ শেষত দৰাক খাবলৈ দিয়া কল, পিঠাগুৰি, বাকলি গুচোৱা মুগ ইত্যাদিৰে বন্ধা ভাৰখন লগুৱা বা নিৰ্দ্দিষ্ট মানুহ এজনে লৈ গৈছিল। এই ভাৰ লৈ যোৱাজনক সিধা, টকা পইচাৰে সন্মান জনোৱা নিয়ম আছিল।

উজনি অসমৰ ফালে এই ভাৰখনক চাকুলি ভাৰো বোলে। উল্লেখযোগ্য যে অতীতত কইনাই পতিগৃহলৈ যাত্ৰাৰ সময়ত কইনা ঘৰৰ পৰাও দৰা ঘৰলৈ কইনাৰ প্ৰয়োজনীয় সামগ্ৰী আৰু বিভিন্ন খাদ্যবস্তুৰে এনেকুৱা ভাৰ নিয়া হৈছিল। দূৰণি বটীয়া বিয়া হ'লে এই চাকুলী ভাৰৰ লগতে জোৰণৰ সামগ্ৰীখিনিও আগতীয়াকৈ কইনা ঘৰলৈ পঠিয়াই দিয়া নিয়ম আছিল।

**৫। গৰখীয়া ভাৰ ঃ**- অসমৰ কোনো কোনো অঞ্চলত তেলৰ ভাৰৰ দিনাখন নাইবা বিয়াৰ ৰাতি গৰখীয়া ভাৰ নিয়ে। গৰখীয়া ভাৰত দৈ, কোমল চাউল, গুড়, একোটা আপেলৰ মান ডাঙৰ ভজা লাডু এক পোণ, তামোল পাণ ইত্যাদি নিয়ে। এইবোৰ বস্তু কইনাজনীৰ গাঁওৰ সৰু সৰু গৰখীয়া ল'ৰাবোৰে ৰং ধেমালি কৰি ভগাই খায়। গৰখীয়া ভাৰৰ লাডু কিবা কাৰণত যদি ভাঙি যায়, দৰা ঘৰে তাৰ বাবে দণ্ড ভৰিব লগাত পৰে।

**৬। মামোতি ভাৰ ঃ**- অসমীয়া সমাজত দৰা-কইনাৰ লগত মোমায়েক-মামীয়েকৰ সম্পৰ্ক অতি নিবিড়। অসমৰ ঠায়ে ঠায়ে দৰা বা কইনাৰ বাবে মোমায়েকৰ ফালৰ পৰা দৈ, কল, নাৰিকল, তামোল পাণ, আৰ্চি-ফণি, প্ৰসাধন দ্ৰব্য, আঙঠি, সাধ্য অনুসাৰে পাঁচ বা সাতখন কাপোৰ ফুলৰ মালাৰে সজাই পৰাই দুপৰীয়া সময়ত এই ভাৰ লৈ অহা হয়। উল্লেখযোগ্য যে দৰা-কইনাৰ সখীয়েক, বায়েক-ভনীয়েক, পেহীয়েক আদি আত্মীয়সকলৰ ফালৰ পৰাও এনেকুৱা ভাৰ দিয়া প্ৰথা প্ৰচলিত।

**৭। উল্টা তেলৰ ভাৰ ঃ**- দৰা ঘৰীয়াই কইনাক জোৰণ পিন্ধোৱাৰ নিচিনা কইনাঘৰেও দৰাক কাপোৰ কানি, আঙঠি, সোণৰ চেইন আদি দিয়া এটি নতুন নিয়ম আমাৰ সমাজত ঠায়ে ঠায়ে প্ৰচলিত হৈছে। যাক বোলা হয় উল্ট তেলৰ ভাৰ। দৰালৈ উল্ট তেলৰ ভাৰত দৈ, কল, তামোল পান, মিঠাই আদিও দিয়া দেখা যায়।

**৮। ভোজন ভাৰ ঃ**- উজনি অসমৰ কোনো কোনো ঠাইত বিয়াৰ ৰাতি কইনাক হোমৰ কাষলৈ অনাৰ আগে আগে দৰা ঘৰীয়াই কইনাক মাকক ছোৱালীজনীৰ

শৌচ-প্ৰস্ৰাৱ ধোৱাৰ বাবে এযোৰ কাপোৰ, তামোল-পাণ দি সন্মান যাচিব লাগে। ইয়াকে তোলন ভাৰ দিয়া বুলি কয়।

৯। **সোধনী ভাৰ ঃ-** উজনি অসমৰ আহোম সম্প্ৰদায়ৰ মাজত এই সোধনী ভাৰৰ প্ৰচলন আছে। তামোল-পাণ, হাঁহ-পাৰ, চাউল-দাইল, জা-জলপান আদিৰে সজোৱা এই ভাৰখন লৈ দৰা ঘৰীয়াই কইনা খুজিবলৈ যায়।

১০। **সখী ভাৰ ঃ-** অসমীয়া সমাজত সখীৰ স্থান উচ্চ। বিহুৱে-সংক্ৰান্তিয়ে নতুন কানি-কাপোৰ দিয়াৰ উপৰিও পৰস্পৰৰ বিয়া-বাৰুত পৰস্পৰে বিশেষ ভূমিকা পালন কৰিব লগাত পৰে! ছোৱালী পুষ্পিতা হ'লে পুষ্পিতা হোৱা ছোৱালীজনীৰ সখীয়েকৰ ঘৰৰ পৰা কাপোৰ-কানি, চাউল পাত, কল আদিৰে এই ভাৰ লৈ যোৱা হয়।

১১। **কৰ ভাৰ ঃ-** মহাপুৰুষ সকলৰ তিথি মহোৎসৱ উপলক্ষে এই ভাৰৰ আয়োজন কৰা হয়। মথুৰা দাস বুঢ়া আতাৰ দিনৰে পৰা বৰপেটা সত্ৰত অনুষ্ঠিত কীৰ্ত্তন মহোৎসৱত ৰাইজে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ আৰু মথুৰাদাস বুঢ়া আতাৰ তিথিত প্ৰদান কৰা এই কৰ ভাৰৰ অপূৰ্ব দৃশ্য চাবলগীয়া। কৰভাৰ উপলক্ষে ভাৰবহনকাৰী সকলে দিনটো লঘোণে থাকি, নতুন কাপোৰ পিন্ধি চাউল, দাইল, মিঠাতেল, তামোল-পাণ, পুৰাকল, কোমোৰা, ঔ আদিৰে সজোৱা ভাৰবোৰ এখনৰ পিছত এখনকৈ শাৰী পাতি লৈ যায়। কীৰ্ত্তন মহোৎসৱৰ পিছত কৰভাৰৰ বস্তুবোৰ সত্ৰত ভাগ থকা সমূহৰ মাজত অতি পবিত্ৰভাৱে নিৰ্মালি হিচাপে বিতৰণ কৰি দিয়ে।

১২। **ৰাখাল ভাৰ ঃ-** গৰু ছাগলীৰ পোৱালি জন্মিলে খৰিকাত ফেহু দি এই ভাৰ প্ৰস্তুত কৰা হয়। অঞ্চল বিশেষে এই ভাৰৰ তাৰতম্য আছে। বৰনগৰ অঞ্চলত পাঁচখন ৰাখাল ভাৰ সজোৱা হয়। স্বয়ং সূৰ্য্যৰ বাবে এখনি "ছাতাভাৰ' অৰ্থাৎ এডাল খৰিকাৰ মূৰত ফেহু অলপ দি ছাতি যেন কৰি এই ভাৰ তৈয়াৰ কৰে। গাই আৰু দামুৰিৰ কাৰণে দুখন ধেনুভেৰীয়া ভাৰ। এই ভাৰ দুখন গাই দামুৰিৰ পিঠিৰ ফালে দিয়া হয়। বাকী দুখনৰ এখন গৰখীয়া আৰু গৰুৰ ৰক্ষাকৰ্ত্তা গোপাল কৃষ্ণলৈ আৰু আনখন গৰখীয়াইতক উদ্দেশ্যে আগবঢ়োৱা হয়।

**১৩। পেট পোৰা ভাৰ ঃ-** পেটৰ পোৰণি গুচাবলৈ যি বস্তু খোৱা হয় তাৰে ভাৰ। উজনি অসমৰ বিয়াৰ আগতে দৰাঘৰৰ পৰা কইনা ঘৰলৈ দুধ কচুৰ ঠাৰি, জালুক, বৰালী মাছ, মহৰ গাখীৰ আদিৰে এখনি ভাৰ নিয়া হয়। কন্যা ওপজোতে কন্যাৰ মাকে অশৌচৰ সময়ত খোৱা উক্ত বস্তু কেইপদৰ ধাৰ গুজিবলৈ এই ভাৰ দিয়ে।

**১৪। কান্দনি কলাইৰ ভাৰ ঃ-** কান্দনি কলাই ভুতে লম্ভিলে, কেঁচুৱাই দিনে ৰাতি কান্দি কান্দি অস্থিৰ হৈ পৰে তেতিয়া কেঁচুৱাৰ মোমায়েকে তিনি আলিৰ মূৰত এক আখি কেঁচা কল, এটা কল ডিল, একোচা খৰি আৰু কেইটি মান চপৰা দলিৰে কান্দনি কলাই ভুতলৈ এখনি ভাৰ আগবঢ়ায়।

আমাৰ জনজাতীয় সমাজতো বিয়াই সবাহে ভাৰ অনা নিয়া কৰা প্ৰথাৰ প্ৰচলন আছে। বিয়াৰ সময়ত তিৱা সকলে ধনৰ ভাৰ, চৰাই কটা ভাৰ, বৰ ভাৰ, আৰু গৰখীয়া ভাৰ নামে চাৰিখন ভাৰ কইনা ঘৰলৈ লৈ যায়। এওঁলোকৰ মাজত মৃত কন্যাৰ ঘৰলৈ 'কুলচিঙা' ভাৰ নিয়া নিয়ম এটিও আছে।

অসমৰ প্ৰায়বোৰ নামঘৰ তথা মঠ-মন্দিৰলৈ মানস কৰা নৈবেদ্য সম্ভাৰ ভাৰ বান্ধি নিয়া প্ৰথা প্ৰচলিত। আগৰ দিনত ৰজাঘৰলৈ, গুৰুঘৰলৈ গ'লে মানুহে ভাৰ ভেটী লৈহে ৰজা আৰু গুৰুজনক সন্মান জনাইছিল। আজি কালি যান-বাহনৰ সুবিধা হ'ল বস্তু বাহানি সুন্দৰকৈ নিৰাপদে নিব পৰা নানা ধৰণৰ কৌশল উদ্ভাৱন হ'ল। গতিকে মানুহে সাংস্কৃতিক পৰম্পৰা ৰক্ষা কৰিবলৈ যাওঁতে 'ভাৰ দিয়া' বুলি কলেও নিওতে পিছে ডাঙৰ বেগ বা চুটকেচ, ব্ৰিফকেচ আদিতহে ভাৰৰ বস্তুবোৰ ভৰাই নিয়ে।

আমাৰ জনজজাতীয় সমাজতো বিয়া-বাৰুৰ ক্ষেত্ৰত এনেকুৱা ভাৰ নিয়া দস্তুৰ আছে। বড়ো সম্প্ৰদায়ৰ বিয়াৰ সময়ত জোৰণৰ ভাৰ লোৱা ব্যক্তিজনক বিশেষ সন্মান জনোৱা হয়। কিছুমান পৰিয়ালত ল'ৰা সন্তান জন্ম হ'লে গোসাঁই। ভাৰ লব বুলি মানস কৰি থয়। গোসাঁইৰ থানলৈ কল, গাখীৰ আদি ভাৰ বান্ধি নিব পৰাতো সৌভাগ্যৰ কথা। পিছে আজি কালিৰ ল'ৰাবোৰে ভাৰ ববলৈ লাজ কৰা হ'ল। গাঁওৰ খেতিয়ক সকলৰ বাবে কিন্তু ভাৰ অপৰিহাৰ্য্য। যন্ত্ৰযুগৰ অগ্ৰগতিতো নগৰত, দুখীয়া ৰাইজে ভাৰখনক সাৰথি কৰি লয়। আনকি নিজৰ বেমাৰী সন্তানটোকো

কেতিয়াবা ভাৰ বান্ধি ডাক্তৰৰ ওচৰলৈ লৈ যোৱা দেখা যায়। মুঠতে অসমীয়া সংস্কৃতিত ভাৰৰ ভূমিকা মনকৰিবলগীয়া —

ভাৰীক নেৰে ভাৰে
দুখীয়াক নেৰে পচলা খাৰে।।●

# বাৰমাহী গীত ঃ এটি আলোচনা

বাৰমাহী গীত উত্তৰ পূৱ ভাৰতৰ উমৈহতীয়া সম্পদ। প্ৰকৃতি নিৰ্ভৰ আদিম মানৱৰ মনোৰাজ্যত উদ্ভৱ হোৱা সুখ-দুখৰ অনুভূতিয়েই হ'ল বাৰমাহী গীতৰ মূল কথা। ঋতু বা মাহ মহাত্ম্যৰ গুণানুকীৰ্ত্তন, ভাৰতীয় সাহিত্যৰ প্ৰাচীন ৰীতি। স্কন্ধ পুৰাণৰ বসন্ত বৰ্ণনা অতি সুন্দৰ। ভাগৱত, ৰামায়ণ, মহাভাৰত, কুমাৰ সম্ভৱ, ৰঘুবংশ, মেঘদূত, উত্তৰ ৰাম চৰিত, শকুন্তলা, মালতী মাধৱ সকলোতে বিৰহৰ বিননি। "বিৰহৰ মাজেৰেই প্ৰেমৰ প্ৰকাশ, প্ৰেমৰ প্ৰতিষ্ঠা। যেতিয়াই মানৱ চিত্ত বিৰহত তন্ময়, তেতিয়াই মিলন পূৰ্ণ আৰু আনন্দময়"। তামিল সাহিত্যত প্ৰকৃতিৰ ৰূপ-ৰস, গন্ধ, স্পৰ্শই আকুল কৰা বিৰহ গীতিকা, তেলেগু সাহিত্যৰ মনু চৰিত্ৰৰ নায়িকাৰ বিৰহ বিননি, ৰাজস্থানৰ 'বেলি' সাহিত্যৰ অন্তৰ্গত 'বেলি কৃষণ ৰুক মনীৰী'ৰ ষড়ঋতু বৰ্ণনা বাৰমাহীৰ সমগোত্ৰীয়। বিহাৰত প্ৰচলিত চৌমাশা গীতত আছে বাৰিষাৰ ছয় মাহ পতি সান্নিধ্যত ব্যাকুল হৈ পৰা বিৰহিনী নায়িকাৰ বিৰহ বেদনাৰ মৰ্মধ্বনি। হিন্দী কবি জায়সীয়ে তেওঁৰ "পদুৱাৱত" কাব্যত নায়িকা নাগ মতীৰ, গীত গোবিন্দম্ কাব্যৰ ৰাধিকা আৰু ভাগৱতৰ গোপিনী সৱৰ কৃষ্ণ প্ৰেমাকুলতাত ধ্বনিত হৈছে বাৰমাহীৰ মৰ্মবেদনা। বাৰমাসী গীতৰ ক্ষেত্ৰত বংগদেশ বিশেষভাৱে চহকী। কবি কঙ্কন চণ্ডীৰ বিৰহিনী ফুল্লৰাৰ "বাৰমাসী দুখঃ কথা", "সুশীলাৰ বাৰমাসী", "লীলাৰ বাৰমাস্যা", "কমলাৰ বাৰমাসী", বড়ু চণ্ডী দাসৰ "ৰাধিকাৰ চতুৰ্মাস্যা" আৰু বিজয় গুপ্তৰ মনসা মংগল কাব্যতো বাৰমাসীৰ মৰ্ম ধ্বনি স্পষ্ট। এইখিনিতে উল্লেখযোগ্য যে বাৰমাহী বুলি ক'লে তাত যে কেৱল বাৰমাহৰ বৰ্ণনাই থাকিব লাগিব তাৰ একো ধৰা বন্ধা নিয়ম নাই। বংগদেশত প্ৰচলিত 'বেউলাৰ অষ্টমাসীত' বহাগ মাহৰ বিয়াৰ ৰাতিৰ পৰা আঘোণ মাহ পৰ্য্যন্ত বেউলাৰ বিৰহৰ বিননি, বাৰমাহীৰ উৎকৃষ্ট নিদৰ্শন। ইংৰাজী সাহিত্যতো Spenser ৰ Shepherds Calendar, James Thomsonৰ

The Season's আৰু William Morrisৰ The earthly Paradise ত বাৰমাহীৰ সুৰ প্ৰতিধ্বনিত হৈছে যদিও এইবোৰ কবিতাৰ লগত ভাৰতীয় বাৰমাহী গীতৰ পাৰ্থক্য আছে। পাশ্চাত্যৰ ঋতু বৰ্ণনাত্মক গীত সমূহৰ "ভাব আৰু সুৰ কেতিয়াবা শোকাত্মক, কেতিয়াবা প্ৰেমাসক্ত বা ব্যক্তি চৰিত্ৰৰ স্তুতি প্ৰশস্তিমূলক আৰু কেতিয়াবা নীতি ধৰ্ম বা আদৰ্শব্যঞ্জক।" পাশ্চাত্যৰ ঋতুকেন্দ্ৰিক বৰ্ণনাত প্ৰেমিক প্ৰেমিকাৰ ৰোমান্তিক মনৰ স্পৰ্শ আছে যদিও ভাৰতীয় বাৰমাহীৰ নিচিনা সেই কবিতাত মাটিৰ মানুহৰ মাটিৰ মৰমসনা আবেগ অনুভূতিৰ স্ফুৰণ দুষ্প্ৰাপ্য। বাৰমাহী অকল যে প্ৰেমজনিত বিৰহৰ প্ৰকাশ এনে নহয়, উৰিষ্যাত প্ৰচলিত "হলিয়া বাৰমাহী" বনবাসী ৰামৰ প্ৰতি কৌশল্যাৰ মাতৃস্নেহৰ অপূৰ্ব প্ৰকাশ। মানৱ আৰু প্ৰকৃতি প্ৰীতিয়েই বাৰমাহীৰ সঞ্জীৱনী শক্তি হ'লেও, লোক সমাজত জনপ্ৰিয় হৈ পৰা এই গীতৰ আৰ্হিত ৰচিত হৈছিল হৰিনাম মাহাত্ম্য, খাদ্য মাহাত্ম্য জাতীয় কিছু অন্যান্য গীত। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ ভাগৱতৰ 'শৰৎ বৰ্ণনা'ইও কোনো কোনো কবিক হৰিনাম বাৰমাহী ৰচনাৰ প্ৰেৰণা দিছিল –

জেঠত সূৰুযে ঢালে কিৰণ প্ৰচুৰ।
হৰিক সুমৰি ভাই দুখ কৰা দূৰ।।
আহাৰত ধাৰাষাৰ আহে বৰষুণ।
কৃষকে কিৰিষি কৰে গাই হৰি গুণ।।

অসম আৰু উৰিষ্যাৰ খাদ্য বাৰমাহীৰ নিদৰ্শন এনে ধৰণৰ –

"জেঠে দৈ আহাৰে খৈ
শাওনে মৰা পাট,
ভাদত ঔ আহিনত কচু
কাতিত কল।
আঘোণত পুই পুহত জুই
মাঘত পইতা ভাতৰ বল।
ফাগুনত তেল চ'তত বেল
বহাগৰ লাৰু পিঠা জ্বৰতেই গেল।।

* * *

পুষ মাসে মূলা মুড়ী খাইবাকু মিঠা

ঘন আউটা পাট কপুৰা চকটা, পোড় পিঠা।
মাঘ মাসে মকৰ কেটু তলে সিম্।
ফাল্গুনে দ্বিগুন মিঠা বাই গনে নিম্ ইত্যাদি।

অসমৰ কামৰূপ আৰু গোৱালপাৰা অঞ্চলত বাৰমাহী গীতৰ প্ৰচলন আছে। বাৰমাহী গীতৰ উৎস বিচাৰি চোৱা পণ্ডিত সমাজৰ সুচিন্তিত বক্তব্য হ'ল — বাৰমাহী গীতৰ মূল প্ৰেৰণা আহাৰ মাহত বিৰহিনী নায়িকাৰ বিৰহ বৰ্ণনাৰে বেদনা বিধুৰ হৈ উঠা সংস্কৃত কাব্য ৰীতি। বাৰমাহী গীত সম্পৰ্কে ডঃ মহেশ্বৰ নেওগ দেৱে কৈছে- "গীতবোৰ মনোৰম কবিত্বময় আৰু সিবোৰত 'প্ৰোষিত ভৰ্ত্ৰী' নায়িকাৰ বিৰহ বৰ্ণনা সন্নিবিষ্ট কৰা হয়। বিৰহিনীয়ে বনিজলৈ যোৱা প্ৰৱাসী স্বামীক উদ্দেশ্য কৰি বেদনা প্ৰকাশ কৰে।" পতি প্ৰোষিত হ'লে অৰ্থাৎ প্ৰবাসলৈ গ'লে যি নায়িকা প্ৰিয় বিৰহত কাতৰ হৈ পৰে, সেয়ে 'প্ৰোষিত ভৰ্ত্ৰী' নায়িকা।

অসমৰ বাৰমাহী গীত মূলত পুৰুষৰ সম্পত্তি। অতীতত বিশেষকৈ হাতী মাউত, মৈষাল, গাড়োৱান, ঘাটোৱাল, কৃষক আৰু গৰখীয়াই বাৰ মাহী গীতেৰে প্ৰকৃতিৰ নিৰ্জনতা মুখৰ কৰি প্ৰকাশ কৰিছিল নিজৰ মনৰ মৰ্ম বেদনা। বাৰ মাহী গীত কৃষি নিৰ্ভৰ কৃষকৰ কৰ্মপ্ৰেৰণা। বাৰমাহীৰ লগতত কৃষকৰ আত্মীক সম্পৰ্কৰ প্ৰকাশে শ্ৰুতি মধুৰ কৰি তোলা বংগীয় বাৰ মাহীৰ এটি উদাহৰণ হ'ল —

চাষেৰ সোণা আউস ধান
পাইক্যা উঠে মাথে।
বাৰো মাইসা গাহান গাইয়া
কিৰ্সানে ধান কাটে।।

এইখিনিতে উল্লেখযোগ্য যে লোক সমাজ বিজ্ঞানীৰ মতে কৃষি বাৰমাহীয়েই হ'ল বাৰ মাহীৰ আদিম স্তৰ। কিয়নো আদিম মানৱৰ দেহ ধৰ্ম পালনাৰ্থে কৃষি বন্দনা আছিল মূল লক্ষ্য। লোক জীৱনত কৃষিয়েই হ'ল মাতৃ, কৃষিয়েই পিতৃ, কৃষিয়েই ধ্যান, কৃষিয়েই জ্ঞান। "পূৰ্ববংগ পল্লী গীত"ত কৃষি সৰ্বস্ব কৃষক জীৱনৰ কৃষি বন্দনা আকৰ্ষনীয় আৰু তাৎপৰ্য্যপূৰ্ণ —

"ভূঁই মোৰ গো পিতা মাতা ভূঁই মোৰ গো পুত।
ভূঁইৰ দৌলতে মোৰ গো আশী কোঠা সুখ।।

বাৰমাহী গীত পুৰুষৰ সম্পত্তি যদিও নামনি অসমৰ শিপিনীয়ে তাঁতৰ পাটত,

নামতীয়ে বিয়া সবাহৰ অধিবাস নান্দীমুখ শ্ৰাদ্ধৰ নিচিনা গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশত বাৰমাহী গীত গায়। বিশেষকৈ বৰনগৰ অঞ্চলত ছোৱালীৰ নাম দলে পৰিবেশন কৰা বাৰমাহী গীতৰ করুণ সুৰে দৰ্শকৰ দুচকু সিক্ত কৰি তোলে। বৰপেটা অঞ্চলত প্ৰচলিত সীতা বাৰমাহী, ৰাম বাৰমাহী, শান্তি বাৰমাহী আদিৰ সুৰে পাষাণ অন্তৰো বিগলিত কৰে। আগৰ দিনত সংস্কৃত টোলৰ ছাত্ৰসকলেও বাৰমাহী গীত গোৱাৰ প্ৰমাণ আছে। কামৰূপী লোক গীততো বাৰমাহী গীতৰ প্ৰভাৱ মন কৰিবলগীয়া -

"অতদিনে ফিৰি নাহিল ৰাজাৰে কুৱাৰ
ঘনে উঠো ঘনে বহো মেলি চাউ দুৱাৰ।"

বাৰমাহী গীত সম্পৰ্কে অসমত কিছুমান জনবিশ্বাস আছে। সেয়া হ'ল গাঁৰোৱান বা নাৰঁৰীয়াৰ মুখত বাৰমাহী গীত শুনিলে বনৰ হিংস্ৰ জন্তু জানোৱাৰেও হেনো বাটৰুৱাক বাট এৰি দিয়ে। বাৰমাহীৰ গায়কে জীৱনৰ অন্তিম ক্ষণত বাৰমাহী গীত এটি সম্পূৰ্ণকৈ নুশুনিলে তেওঁৰ আত্মাই শান্তি নাপায়। প্ৰকৃত সাধকে বাৰমাহী গীতেৰে খৰাং ধৰালৈ বৰষুণ নমায় —

"ঢোল বাজে দগৰ বাজে আৰু বাজে কাশী
এই গান তিন দিন গাইলে দেৱাৰ আসে পানী।"

এই বিষয়ে "প্ৰাচীন পূৰ্ব বংগ গীতিকা"ৰ সম্পাদক পণ্ডিত প্ৰবৰ ক্ষিতীশ চন্দ্ৰ মৌলিক দেৱে আগবঢ়োৱা এটি প্ৰত্যক্ষ প্ৰমাণ হ'ল এনেধৰণৰ — "১৯৩৫ খৃষ্টাব্দৰ মে মাসে টাংগাইলেৰ উত্তৰ পূৰ্ব পনৰো মাইল দূৰে বল্লাৰতন গঞ্জ বাজাৰে ও ১৯৪৪ খৃষ্টাব্দেৰ মাৰ্চ মাসে ঢাকাৰ দশ মাইল পশ্চিমে ভাকুৰ্তা গ্ৰামে গায়েনেৰ এই আশ্চৰ্য্য ক্ষমতা আমি প্ৰত্যক্ষ কৰিয়াছি" (প্ৰাচীন পূৰ্ববংগ গীতিকা ৩য় খণ্ড পৃঃ ১৭৬)।

লোকবিশ্বাস বাৰমাহী গীতে দুৰ্গতি খণ্ডন কৰি সুগতি বিধান কৰে —

ফুলৱন্তী কন্যা নোহে জগতৰে আই।
যিবা গাৱে যিবা শুণে দুৰ্গতি খণ্ডায়।।

* * *

গৰ্ভৱতী নাৰী যদি এক মনে শুণে।
তাৰ ঘৰে জন্ম লয় শ্ৰীৰাম লক্ষণে।।

ভাৰতবৰ্ষত প্ৰচলিত বিভিন্ন বাৰমাহীৰ নিচিনা অসমৰ বাৰমাহীতো আঘোণ

বছৰৰ আৰম্ভণি মাহ — "আঘোণৰ মাহতে শান্তি দ্বিতীয়াৰে জোন" ভাগৱতত শ্ৰীকৃষ্ণই কোৱা "মাসাংনো মাৰ্গ শীৰ্ষোহহম্" অৰ্থাৎ মাৰ্গ শীৰ্ষ আঘোণেৰে বছৰৰ সূচনা, ভাৰতবৰ্ষৰ বৈদিক ৰীতি। এই বিষয়ে বংগদেশৰ আচাৰ্য্য যোগেশ চন্দ্ৰ দেৱে কৈছে — "ঋক বেদৰ সময়ত হিম বৰ্ষ আৰু শৰৎ বৰ্ষ এই দুটি বছৰ আছিল। আঘোণ আছিও শৰৎ বৰ্ষৰ প্ৰথম মাহ। সেয়েহে আঘোণ মাহেৰে বছৰৰ আৰম্ভণিৰ পৰম্পৰা অতি পুৰণি।

বাৰমাহী কোনো এটি জনপ্ৰিয় কাহিনীৰ সংক্ষিপ্ত ৰূপত বৰ্ণনা কৰা কাহিনী গীত হ'লেও এই গীতক পূৰ্ণাংগ কাহিনী গীত বুলি কব নোৱাৰি। বাৰ মাহীৰ গীতৰ আংগিক আৰু প্ৰকাশ ভংগীলৈ লক্ষ্য কৰি ডঃ বীৰেন্দ্ৰ নাথ দত্তদেৱে কৈছে যে — "এনে গীতত পূৰ্ণ কাহিনী নাথাকি কাহিনীৰ জুমুঠি একোটাহে থাকে বাবে এইবোৰক বিশুদ্ধ কাহিনী গীত বা মালিতাৰ শাৰীত থোৱা টান"। অন্যান্য লোক গীতৰ নিচিনা বাৰ মাহী গীততো প্ৰতিফলিত হৈছে নাৰী জীৱনৰ সুখ, দুখ, ত্যাগ,আদৰ্শৰ চিৰসনাতন ৰূপ। কমৰূপত প্ৰচলিত ফুলৱন্তী কন্যাৰ শান্তি বাৰ মাহী, সীতা বাৰ মাহী, কন্যা বাৰ মাহী, মধুমতীৰ গীত, তাৰা পাটেশ্বীৰ কন্যাৰ বাৰ মাহী আৰু গোৱালপাৰাত প্ৰচলিত পিয়া বাৰমাসী, সাধু বাৰমাসী, নাৰী বাৰ মাসী, কন্যা বাৰমাসী, টিয়া বাৰমাসী, শান্তি বাৰমাসী, ফুল বাৰমাসী আদি প্ৰতিটো গীতেই বিৰহিনী নাৰীৰ আবেগ অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। কামৰূপত প্ৰচলিত ৰাম বাৰমাহী, বণিজ কোঁৱৰৰ গীত, সাউদৰ কোৱৰৰ গীত, জয় ধন বনিয়াৰ বাৰ মাহী গীতৰো জনপ্ৰিয়তামন কৰিবলগীয়া।

নামনি অসমত প্ৰচলিত বিভিন্ন বাৰমাহীৰ ভিতৰত এটি উল্লেখযোগ্য বাৰমাহী হ'ল ফুলৱন্তী কন্যাৰ শান্তি বাৰমাহী বা শান্তি বাৰমাহী গীত। অঞ্চল বিশেষে গীতটিৰ ভাষাৰ অলপ হেৰফেৰ থাকিলেও মূল কথা খিনি প্ৰায়ে একে। শান্তি বাৰ মাহী প্ৰবাসী স্বামীৰ বিৰহত দিনে এযুগকৈ পাৰ কৰা যুৱতী কন্যা শান্তিৰ বিৰহ বেদনাৰ পাৰ ভঙা প্ৰকাশ। শান্তি কন্যাক ঘৰত থৈ সাউদৰ কোঁৱৰ বনিজলৈ গ'ল। এদিন দুদিনকৈ বছৰ বাগৰিল, তথাপি কোঁৱৰ উভতি নাহিল। এফালে শান্তিৰ ভৰ যৌৱন আনফালে প্ৰকৃতিৰ ৰহস্যময় আমন্ত্ৰণ। আঘোণৰ দ্বিতীয়াৰ জোনে, পুহৰ হিম চেঁচা শীতে শান্তিৰ মনত জগাই তোলে প্ৰিয় মিলনৰ তীব্ৰ বাসনা। অভিমানিনী শান্তিয়ে অভিমান কৰি কয় —

"যাকে দেখো আপোন আপোন সিও হবে পৰ

বিবুদ্ধিয়া সাউদৰ কোঁৱৰ ফিৰি নাহে ঘৰ।"

মাঘৰ পুণ্য স্নান 'চিলান', ফাগুনৰ দৌলযাত্ৰা আৰু চ'তৰ বসন্তোৎসৱে 'কান্তই একান্ত' ভাৱত আত্ম বিভোৰা শান্তিৰ মনলৈ কঢ়িয়াই আনে বিৰহৰ বতৰা।

বহাগ মাহত মেঘৰ গাজনি শুনি মাছে উজান দিয়ে, জেঠ মাহত বনৰ হৰিণীয়েও ঘৰ চাপে। অথচ এনেকুৱা মধুৰ ক্ষণতো শান্তি স্বামী সংগ সুখ বঞ্চিতা। আহাৰৰ আগতীয়া বানে অকলশৰীয়া শান্তিৰ বিচনা খনি উটুৱাই নিব খোজে —

"আহাৰৰ মাহতে শান্তি আগতীয়া বান
খেনে উটে, খেনে বুৰে পুষ্পৰ পালঙ্গ খান।।"

শাওনৰ পথাৰত ৰোৱনীয়ে ধান ৰোৱা পৰত, ভাদৰৰ খৰাং বতৰে নৈ নলাৰ পানী শুকুওৱা ক্ষণত, আহিনৰ দুৰ্গা পুজাত, আৰু কাতি মাহৰ সোণালী ধানৰ ঠোকে শান্তি কন্যাৰ অন্তৰত বিৰহৰ অগনি জ্বলায় —

শাওনৰ মাহতে শান্তি ৰোৱনৰে দিন।
যিটো নাৰীৰ পুৰুষ নাই সকলোতকৈ হীন।।

প্ৰকৃতিৰ লগত নাৰীৰ নাড়ী সংযোগৰ চিৰন্তন চিত্ৰখনি গোৱালপাৰা অঞ্চলত প্ৰচলিত শান্তি বাৰমাহীতো প্ৰকাশ পাইছে এনেদৰে —

ফাগুন মাসে দিগুণ জ্বালা
চৈতে নাৰীৰ বৰণ কালা,
বৈশাখ মাস গেলো কন্যাৰ
উঠিতে বসিতে।

এয়া পতিব্ৰতা নাৰীৰ পতি বিৰহজনিত মানস অস্বস্তিৰ অকৃত্ৰিম প্ৰকাশ, বিৰহ উদ্বেলিত প্ৰাণৰ আকুতি।

বাৰ বা তেৰটা কলিৰ মাজেৰে প্ৰকাশিত বাৰমাহী গীতসমূহ কাব্যিক সৌন্দৰ্য্যৰে সমৃদ্ধ। অন্যান্য গীতি কবিতাৰ দৰে প্ৰকৃতি আৰু মানৱ জীৱন বাৰমাহী গীতৰো প্ৰধান উপককৰণ। বাৰমাহী গীতৰ নায়িকা বিবাহিতা কন্যা। কেতিয়াবা যুৱতী, কেতিয়াবা কিশোৰী। পিতৃ-মাতৃ, শাহু-শহুৰৰ পাখিৰ আঁৰত ডাঙৰ দীঘল হোৱা আলসুৱা নাৰী। ভাৰতীয় নাৰীৰ 'স্বামী বিনে গতি নাই' আদৰ্শত উদ্বুদ্ধা সাধু বাৰমাহী নায়িকাৰ কণ্ঠত ধ্বনিত হৈছে সেই বাণী —

নাইও বিলাওঁ ওৰে সাধু নাকৰিবো দান।

আঞ্চলে লেখিয়া থৈছুং নিজ স্বামীৰ নাম।।

প্ৰেমৰ আকুলতাত 'কিসেৰ ইষ্ট দেৱ দেৱতা কিসেৰ ইষ্ট ভাই' বুলি ক্ষোভ প্ৰকাশ কৰিলেও বাৰমাহীৰ নায়িকাৰ সমাজ নিৰ্দ্ধাৰিত নৈতিকতাৰ অনুশাসন অতিক্ৰম কৰাৰ দুঃসাহস নাই। দেশ দস্তুৰ অনুসৰি, প্ৰবাসী স্বামীৰ বাবে সুদীৰ্ঘ বাৰ বছৰ কাল অপেক্ষা কৰি বিফল হ'লেহে শান্তি কন্যাই অন্য পতি বৰণ কৰিব পাৰে। কন্যা বাৰমাহী গীতত সাউদৰ কোঁৱৰ বণিজৰ পৰা আহি কন্যাক বস্ত্ৰ, অলংকাৰ, সুখ-সম্ভোগৰ লোভ দেখুৱাইছে –

"আগবাঢ়ি লোৱা কন্যা সাতসৰি হাৰ।
দুই বাহুত তুলি দিম সোণাৰ ঝাপটাৰ।।"

স্বামী বুলি চিনি নাপাই পতিপ্ৰাণা কন্যাই কোঁৱৰক জোকৰ মুখত চুণ দিছে এনেদৰে –

"শাহুৰী দুলানী কন্যা স্বামীত পৰাণ।
পৰ পুৰুষক দেখো বাপ ভাই সমান।।"

বাৰমাহীৰ নায়িকা আলসুৱা হ'লেও বুদ্ধিমতী, তেজস্বিনী। পৰ পুৰুষৰ হাতৰ পৰা নিজকে উদ্ধাৰ কৰাৰ কলা-কৌশল জনা নায়িকাই প্ৰয়োজন সাপেক্ষে হাতত তীক্ষ্ণ খাণ্ডা ধৰি, ওৰে ৰাতি উজাগৰে সজাগ সষ্টম হৈ থাকে –

"শিথানে পৈথানে লগাম ঘৃতৰ পাচ বাতি
তীক্ষ্ণ খাণ্ডা হাতে ধৰি জাগিম চৌপৰ ৰাতি।।"

মুঠতে 'বাৰমাহী'ত অন্তৰ্নিহিত বিচিত্ৰ নাৰী চৰিত্ৰ, অতীত আৰু বৰ্ত্তমানৰ ভাৰতীয় জীৱনৰ সংযোগ সূত্ৰৰূপে চিৰস্মৰণীয়।

"গোষ্পদে নভোঃমণ্ডলম্"ৰ নিচিনা, বাৰ মাহী গীতত প্ৰকাশ পাইছে অসমীয়া সমাজৰ ভাব ভাষা, উৎসৱ অনুষ্ঠান, ৰীতি-নীতি, খোৱা-লোৱা, পিন্ধা উৰা, লোক বিশ্বাস ইত্যাদি। গীতবোৰৰ মাজত আছে ভাৰতীয় সংস্কৃতিৰ বৈচিত্ৰৰ মাজত ঐক্য সাধন প্ৰক্ৰিয়াৰ স্বাক্ষৰ বহন কৰি অহা, দুৰ্গা পূজা, দৌল উৎসৱ, চিলান, নখোৱা, চিতেলী গোৱা, ধানৰ গছা দিয়া ইত্যাদি বিভিন্ন বৈদিক আৰু লৌকিক উৎসৱৰ পৰম্পৰা। গীতবোৰৰ মাজত অসমীয়া সমাজৰ ৰীতি-নীতি, ধ্যান-ধাৰণা আৰু লোক বিশ্বাসৰ শাস্ত্ৰ নিৰ্ণিত আৰু শাস্ত্ৰ বহিৰ্ভূত প্ৰভাৱ পৰিলক্ষিত হয়। লোক জীৱনৰ অতিথি "সাক্ষাৎ নাৰায়ণ"। বাৰ মাহীৰ গীতত অতিথি আপ্যায়নৰ চিত্ৰখনিয়ে

দিবলৈ নিদিয়া, মৃত সন্তান জন্ম হ'লে ঘৰৰ মুধত কাহঁৰ বাতি বজাই সন্তানৰ জীৱ ফিৰাই অনা, বৃহস্পতিবাৰে, স্বামী সন্তানৰ জন্ম বাৰে, পূৰ্ণিমা, দোমাহী, অমাৱস্যা আদি তিথিয়ে পাৰ্বনে অইনক চাউল পাত, পইচা নিদিয়া, চাউল জোখা কঠাৰে ভিক্ষাৰীক চাউল নিদিয়া, ৰাতি চূণ, হালধি, লোহা, পান আদি অইনক নিদিয়া, কাহৰ বাতি হাতৰ পৰা পৰি ভাঙিলে অমংগল হোৱা ইত্যাদি অনেক ভৌতিককেন্দ্ৰিক লোক বিশ্বাস বৰপেটা অঞ্চলত বৰ্ত্তি আছে। কুঁজী বুঢ়ীৰ কুঁজত লগা বাবে বুঢ়ীয়ে আকাশখন বাঢ়নীৰে কোবাই ওপৰলৈ তুলি দিয়া, খাচীয়াৰ মৎস্য কন্যাই চোতালৰ আগত বাঢ়নী দেখি উভতি যোৱা সাধু কথাবোৰেও বাঢ়নীকেন্দ্ৰিক লোক বিশ্বাসৰ গাত প্ৰভাৱ পেলোৱা যেন অনুমান হয়।

ভৌতিক সংস্কৃতিৰ অন্তৰ্গত সাজপাৰ, আ-অলংকাৰ আদিৰ ক্ষেত্ৰতো বহুতো লোক বিশ্বাস জড়িত হৈ আছে। নতুন কাপোৰৰ ব্যৱহাৰৰ ক্ষেত্ৰত "স শনি ফাটে ফুটে ৰবিবাৰে আয়ুস টুটে" বোলা কথাষাৰ মানি চলে। বৰপেটীয়া নাৰীয়ে প্ৰায় সকলো বিলাক মাংগলিক অনুষ্ঠানতে ব্যৱহাৰ কৰা অনাকটা কাপোৰখন নানা নীতি নিয়মৰ মাজেৰে বৈ উলিয়ায়। মৰ আঁউসী, অমাৱস্যা, শনিবাৰ, মংগলবাৰ আৰু ঘৰত অশৌচৰ লেঠা থাকিলে তাঁতশালত অনাকটা কাপোৰ নলগায়। বাতি কাঢ়ি থকা সময়ত কোনোবাই সূতাৰ ওপৰেৰে পাৰ হৈ গ'লে বিহা নহা অৰ্থাৎ সূতাই নোজোৰা বুলি লোক বিশ্বাস এটি আছে। ফাগুন মাহতে বিহুৱান লগোৱা নিয়ম। অগত্যা কিবা কাৰণত চ'ত মাহত বিহুৱান লগাব লগা হ'লে ফাগুন মাহতে সাঁচি ৰখা 'ফাগ্‌না পানীৰে'হে সূতাত মাৰ দিব পাৰে। বিহুচেৰা কাপোৰ পিন্ধিলে আয়ুস টুটা, মাৰ নোধোৱাকৈ কাপোৰ পিন্ধিলে গাত খৰ হোৱা, পিন্ধি থকা কাপোৰত জুই লাগিলে অমংগল হোৱা, জুয়ে পোৰা কাপোৰ নিপিন্ধা, বিবাহিতা মহিলাই মূৰৰ ওপৰেৰে কাপোৰ পিন্ধিলে আৰু ৰ'দত মেলি দিয়া মেখেলাৰ তলেৰে পুৰুষে পাৰ হৈ গ'লে আয়ুস ক্ষয় হোৱা, অনাকটা কাপোৰ গাত লোৱাৰ আগে আগে কাপোৰৰ দহি এডাল জুইত পুৰি পেলোৱা, ৰাতি বাহিৰত কাপোৰ থলে পিশাচে পোৱা, গাৰ কাপোৰ মাটিত চুচৰি গ'লে শনিয়ে পোৱা, ওলোটাকৈ কাপোৰ পিন্ধিলে আৰু হাতৰ পৰা ফণি উফৰি পৰিলে আলহী অহা, ৰান্ধনীয়ে ৰঙা কাপোৰ পিন্ধি ভাত ৰন্ধা, বিধবাই প্ৰথমবাৰৰ বাবে বৈধব্য সাজ পিন্ধা দৃশ্য সধবাই দৰ্শন নকৰা, গোসাঁইৰ থাপনাৰ কাপোৰ ফাটি চিৰি গ'লেও ভৰি হাতে নলগোৱা, শাহু শহুৰৰ মৃত্যু অশৌচ খাটিব

লগা হলে বোৱাৰীয়ে বোৱা মেখেলা চাদৰ পিন্ধা, সেই সময়ত কাপোৰ মেলি দিলে কাপোৰৰ আগেৰে টপ্‌টপ্‌কৈ পানী পৰি থাকিলে সেই পানী মৃতকৰ মূৰত পৰা, তিতা কাপোৰেৰে ঘৰত প্ৰৱেশ নকৰা, গাত কাপোৰ চিলালে বিচনাত প্ৰস্ৰাৱ কৰা আদি অসংখ্য লোক বিশ্বাস এতিয়াও নিঃশেষ হৈ যোৱা নাই। বৰপেটীয়া নাৰীৰ মনত তাঁতশাল খন বিশ্বকৰ্মা, গতিকে তাঁতশালৰ সঁজুলিত ভৰি লাগিলে সেৱা কৰা, দশমীৰ দিনাখন তাঁতশালত সিন্দুৰ আৰু চূণৰ ফোট দিয়া আদি লোক ধৰ্মই নাৰী জীৱনত তাঁতশাল খনৰ প্ৰয়োজনীয়তাৰ কথা সোঁৱৰাই দিয়ে।

অলংকাৰৰ ক্ষেত্ৰত সমগ্ৰ অসমকে চমক খুৱাই ৰখা বৰপেটীয়া নাৰীৰ অলংকাৰকেন্দ্ৰিক লোক বিশ্বাসৰ মাজত বিয়াৰ এবছৰ নোহোৱা পৰ্য্যন্ত অলংকাৰ ভঙাচিঙা নকৰা, ককাঁলৰ তলৰ পৰা সোণৰ অলংকাৰ ব্যৱহাৰ নকৰা, সোণ হেৰালে দেহৰ ক্ষতি হোৱা, ৰাস্তাত সোণ পৰি থকা দেখিলে বুটলি নলৈ তিনিটা আঁচ টানি এৰি অহা ইত্যাদি সোণকেন্দ্ৰিক লোক বিশ্বাস। এইখিনিতে উল্লেখযোগ্য যে ৰাস্তাত মাছ পালে বুটলি আনি ভঁৰালত থৈ দিব লাগে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও "মাছ বস্তু এৰিব নাপায়" বোলা কথাষাৰ চৰিত পুথিত আছে।

অলংকাৰৰ পিছতেই বিবাহিতাৰ শ্ৰেষ্ঠ সম্পদ সিন্দুৰৰ ক্ষেত্ৰতো নাৰী সমাজে নিয়ম নীতি মানি চলে। পাউচা যোৱা তিৰোতাই দ্বিতীয় বাৰ সিন্দুৰ ব্যৱহাৰ নকৰা, গিৰীয়েকক সিন্দুৰ আনিবলৈ নোকোৱা, নাকত সিন্দুৰ পৰিলে শাহুয়েকে মৰম কৰা, অইনক সিন্দুৰ ধাৰে নিদিয়া বা অইনৰ পৰা সিন্দুৰ ধাৰে আনি নিপিন্ধা, সিন্দুৰ ভৰিত নলগোৱা, মৃত স্বামীৰ ভৰিৰ বুঢ়া আঙুলিৰে বিধবাৰ কপালৰ সিন্দুৰৰ ফোট মচি পেলোৱা, বিধবাইহে বিধবাৰ কপালৰ ফোট মচি দিয়া, সিন্দুৰেৰে নানা প্ৰকাৰৰ ঔষধ কৰিব পৰা ইত্যাদি সিন্দুৰকেন্দ্ৰিক লোক বিশ্বাস।

ভৌতিক সংস্কৃতিৰ অন্যতম বিভাগ খাদ্য বা ৰন্ধন প্ৰণালী সংক্ৰান্ত লোক বিশ্বাসৰ লেখ জোখ নাই। "চাৰি বেদ চৌদ্ধ শাস্ত্ৰ, খাবা নাপলি এক দুপৰ মাত্ৰ' নাইবা 'যি কৰে অন্নদান, সি পায় বৈকুণ্ঠত স্থান' ইত্যাদি কথাইও অসমীয়া সমাজত ভাতমুঠিৰ প্ৰয়োজনীয়তাৰ আভাস দিছে। অতীতত আৰ্য্যসকলে অন্ন কামনা কৰিয়েই সামগান গোৱাৰ কথা ছান্দোগ্য উপনিষদত উল্লেখ আছে। ভঁৰালৰ পৰা যেতিয়াই তেতিয়াই ধান নুলিওৱা, তিথি, বাৰ, মাহ আদি ভাল বেয়া নোচোৱাকৈ অইনক চাউল পাত নিদিয়া, অইনক চাউল পাত দিবলৈ হ'লে বা ভাত ৰান্ধিবলৈ চাউল

লওঁতেও 'লক্ষ্মীৰ ভাণ্ডাৰ'ত অৰ্থাৎ চাউল থোৱা পাত্ৰত তিনি চিকুট চাউল এৰি অহা, চাউল গছকি নোযোৱা, ধোৱা চাউল গাল মাৰি নোখোৱা, চাউল ভাজি খালে লক্ষ্মীচাৰা হোৱা, চাউল ধোৱা পানী ভৰিত নেপেলোৱা, সমূহীয়া ভোজত ভাত খোৱা চুৰা ঠাইখন আৰৈ চাউল চতিয়াই পবিত্ৰ কৰা, চাউল চতিয়াই দৰা আদৰা, মূৰত চাউও দি আশীৰ্বাদ কৰা, আনকি ঘৰৰ সোঁৰৰণী কেইখনতো আৰৈ চাউল আৰু দুবৰি দি বান্ধি ৰখা ইত্যাদি চাউলকেন্দ্ৰিক লোক বিশ্বাসৰ সীমা সংখ্যা নাই। বড়ো সমাজতো চাউল থোৱা পাত্ৰত লখিমী আৰু শিৱৰ প্ৰতীক ৰূপে দুটি ঘূৰণীয়া শিল ৰাখে।

ভাতৰ ক্ষেত্ৰত 'আচাৰে ভাত অনাচাৰে হা ভাত' কথাষাৰত দৃঢ় বিশ্বাস ৰখা বৰপেটা অঞ্চলৰ নাৰীয়ে ৰন্ধা বঢ়াৰ পৰা আৰম্ভ কৰি, পৰিবেশন আৰু খাদ্য গ্ৰহণৰ সময়ত যিমান বিলাক নীতি নিয়ম পালন কৰে, লিখিলে মহাভাৰত হয়। ভাত ৰন্ধাৰ আগে আগে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বুলি কল্পনা কৰা -- চৌকাটোত সেৱা জনাই, খৰি কেইডালতো পানী চিটা মাৰি অগ্নি দেৱতাক স্মৰণ কৰিহে জুইকুৰা জ্বলায়। প্ৰথমতে কেৰাহীত পানী দি 'লক্ষ্মী আইৰ হাত, এটি চাউলৰ দুটি ভাত' বুলি সেৱা কৰি চাউলকেইটি বহাই দিয়ে। ভাত ৰন্ধা শেষ নোহোৱা পৰ্য্যন্ত ৰান্ধনীয়ে পাকঘৰৰ পৰা বাহিৰ ওলোৱা বা অইনক চুৱা মেলা কৰাত বাধা আছে। ডাঙৰক নিদিয়াকৈ কোনো বস্তু চাকি চালে, শুঙি চালে বা চুৰকৈ খালে গৃহস্থৰ অমংগল হয় বুলি নাৰী সমাজে বিশ্বাস কৰে।

ৰন্ধন কাৰ্য্যক পবিত্ৰ কৰ্তব্য বুলি নভবা, লাগি চাতি কাম নকৰা নাৰীক সমাজেও ব্যংগ কৰে -- "চতুৰী ৰান্ধনীৰ ভাতৰ উতল নাহে, ইফালে চায় সিফালে চায় কুনি কোত কাহে"। ৰন্ধা বঢ়া শেষ হ'লে ৰান্ধনীয়ে চৌকাৰ বুকু শাঁত কৰিবলৈ তিনি চিতা পানী মাৰে। পাকঘৰৰ আধাপোৰা খৰি আৰু চৌকাৰ ছাই যেতিয়াই তেতিয়াই বাহিৰ কৰা অমংগলজনক কাম বুলি নাৰী সমাজৰ বিশ্বাস।

বৰপেটা অঞ্চলৰ কোনো মানুহে চৌকাৰ একেবাৰে কাষত বহি ভাত নাখায়। চৌকাৰ পৰা চাৰি পাঁচ হাতমান আঁতৰত, তিনি ইঞ্চিমান বহল আৰু দুই ইঞ্চিমান ওখ "গড়েলি" অৰ্থাৎ মাটিৰ আলি এটি বান্ধি, ৰান্ধনীৰ বাহিৰে সেই ঠাইত অইনৰ প্ৰৱেশ নিষেধ কৰি থয়। পাকঘৰটো আহল বহল হ'লে চৌকাৰ পৰা নিলগত ভাত খোৱাত বাধা নাই যদিও, বৰপেটা অঞ্চলত সাধাৰণতে মূল ঘৰৰ মজিয়াতহে ভাত খোৱাৰ নিয়ম আছে।

ভাত খোৱাৰ আগে আগে প্ৰত্যেকেই কাঁহীৰ আগত অলপ পানী চতিয়াই, ঈশ্বৰক চিন্তি, সেৱা কৰিহে অন্ন বস্তু গ্ৰহণ কৰে। কিছুমানে আকৌ পাতৰ আগত পোক পৰুৱালৈ বুলি অলপ মান ভাত আগবঢ়ায়। কৌটিল্যৰ অৰ্থশাস্ত্ৰত আছে - আগৰ দিনৰ ৰজা মহাৰজাসকলেও প্ৰথমতে অগ্নি আৰু চৰাইক দিহে খাদ্য বস্তু গ্ৰহণ কৰিছিল। এইখিনিতে উল্লেখযোগ্য যে ঘৰত অতিথি থাকিলে, সকলো ক্ষেত্ৰতে অতিথিকহে আগস্থান দিয়া হয়। কোনো ঠাইত 'মাছ আৰু অতিথিৰ তিনিদিনতে গোন্ধ ওলায়' বোলা ফকৰা যোজনা এটি আছে যদিও, বৰপেটাত অতিথি সেৱা পৰম ধৰ্ম। অসম তথা ভাৰতবৰ্ষৰ বিভিন্ন জনৰ কলমত প্ৰকাশ পোৱা 'বৰপেটাৰ অতিথি সেৱা'ৰ আন্তৰিকতাখিনি গৱেষণাৰ বিষয়।

খাদ্য গ্ৰহণ কৰোতে হাই উৰুমি কৰি, চেল্‌বেলাই কথা পাতি, খাই থাকোতে মাজে সময়ে উগাৰ চাৰি, নাক কাণ খুচৰি, শেঙুন টানি, চপ্ চপ্, হুৰুৎ হুৰুৎ শব্দ কৰি, টকালি পাৰি, আঙুলিৰে দাঁত ঘুকি ঘুকি, পীৰাৰ ওপৰত দুয়োখন ভৰি তুলি 'আহাম ভিৰি' বহি, হাতৰ তলুৱা আৰু আঙুলিৰ ফাকে ফাকে লাগি থকা খাদ্য দ্ৰব্য চুহি চেলেকি আৰু লাড়ু বান্ধি ভাত খোৱা অধাচাৰী লক্ষণ। ৰামায়ণত থকা "টম্ টম্ পেট কাৰো ঢিলান্ত কপিন, দুই হাতে বই দ্ৰব্য দেখি লাগে ঘিণ" আৰু "অন্নক ভূঞ্জন্তে চেলেকয় হাত, সৰ্বকালে তাক নাটয় ভাত' বোলা কথাবোৰেও নাৰী সমাজক সদা সচেতন কৰি ৰাখে। কথা নোকোৱাকৈ পবিত্ৰভাৱে খাদ্য গ্ৰহণৰ বিশ্বাস বঙালী সমাজতো আছে — "আহাৰ কৰবে ধীৰ ধীৰে, কোন দিকে না চাইবে ফিৰে"।

সাজি দিয়া ভাত এৰি থৈ যোৱা, আধা খোৱাকৈ উঠি যোৱা, একেবাৰতে দুখন কাঁহী বা ৰন্ধা পাত্ৰত ভাত নোখোৱা, কাঁহীৰ কাষত অলপমান ভাত এৰা, ৰাতি কৰবালৈ ভাত নিব লগাত পৰিলে ভাতৰ ওপৰত জলকীয়া বা অঙঠা দি নিনিলে পিশাচে পোৱা, ভাত খোৱা ঠাই বাঢ়নীৰে নসৰা, ভাত গছকি নোযোৱা, থিয়ৈ থিয়ৈ ভাত খালে কুকুৰৰ পেটলৈ যোৱা ইত্যাদি নানা লোক ধৰ্ম নাৰী মনৰ স্তৰে স্তৰে সঞ্চিত হৈ আছে। বঙালী সমাজতো সমধৰ্মী লোকবিশ্বাসৰ প্ৰতিধ্বনি শুনা যায় এনেদৰে — "আদ খাবাতে চাৰলে পিড়ি, অনেক দূৰে শশুৰ বাৰী"। বঙালী সমাজত ল'ৰাই কাঁহীৰ ওপৰত আঞ্জাৰ বাতি তুলি লৈ খালে বা মাগুৰ মাছৰ মূৰ খালে ঘৈণীয়েক মৰিব বুলি ভবা লোক বিশ্বাসৰ আঁৰত আছে পৰিস্কাৰ পৰিচ্ছন্নতা আৰু ভাৰতীয় সমাজ ব্যৱস্থাত এশ জালুকৰ আগ ল'ৰাৰ প্ৰতি স্বাভাৱিক দুৰ্বলতাৰ ইংগিত।

কুমন্ত্ৰৰ ভয়ত ভগৱন্ত পলোৱা বৰপেটাৰ নাৰী সমাজৰ মাজত এটা লোক বিশ্বাস আছে যে কাৰোবাৰ ঘৰত ঔষধ কৰাৰ সম্ভাৱনা থাকিলে, সেই ঘৰত ভাত খোৱাৰ সময়ত অইনে নেদেখাকৈ ভাতৰ কাহীখন ভৰিৰ বুঢ়া আঙুলিৰে লাহেকৈ স্পৰ্শ কৰিলে কুমন্ত্ৰ পানী উঠি যায়। "অঘুগ্ৰা" (অসমান) ঠাইত পাত্ৰ থৈ বা ভঙা পাত্ৰত খাদ্য খোৱাতো অমংগল। ভঙা পীৰাত বহিও ভাত খোৱা উচিত নহয়। কাৰণ 'মিত্ৰৰ বৰ্জিত পিয়ে সুৰা, আসনৰ বৰ্জিত ভঙা পীৰা'। কিবা এটা বস্তু দেখাৰ লগে লগে খকুৱাৰ দৰে 'জাপ্ৰাই বুৰ ঢাপ্ৰাই গৰাহ' মাৰি গোগ্ৰাসে খোৱা, কাৰোবাৰ ঘৰত খোৱাৰ আগতে গিৰি গৃহস্থৰ নীতি নিয়মৰ বুজ নোলোৱাকৈ অন্ন গ্ৰহণ কৰাতো উচিত নহয় বুলি নাৰী সমাজে বিশ্বাস কৰে। আমাৰ মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱেও মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ গৃহত আগতে ভিতৰখন চাইহে 'চাউল সিজোৱা' মুঠি গ্ৰহণ কৰিছিল। শৰণ ভজন লোৱা মানুহে যাৰে তাৰে হাতে খালে সমাজেও ঠাট্টা বিদ্ৰূপ কৰে — "চিৰি কৃষ্ণৰ নাতি আগেয়ে খায় চাউল চিৰা, পাছোত সুধে জাতি"। শৰণ ভজন লোৱা মহিলাৰ মাছ মাংস খোৱাৰ ক্ষেত্ৰতো বাচ বিচাৰ আছে। তেওঁলোকে শাল, শিঙি, কুচীয়া, কুকুৰা, কুকুৰাৰ কণী আদি ভুলতেও মুখত নিদিয়ে। এনেকুৱা অখাদ্য খোৱা নাৰীক নাৰী সমাজেই বক্ৰোক্তি কৰে — "বৰ কোলতাৰ জী, শাহেকে ভাত দিছে কুইচা ভাতোত দি"।

খাদ্য পৰিবেশনৰ সময়ত ৰান্ধনীয়ে খাওঁতাৰ ভাতৰ পাতত হেতাখন নলগোৱা, মৃতকক পিণ্ড দিয়াৰ দৰে বাওঁহাতেৰে ভাত আঞ্জা বাকী নিদিয়া, ৰান্ধি বাঢ়ি উঠি আৰু ভাত খোৱা চুৱা বাচন বৰ্তন ধুই গা পা ধোৱা, নিজে ভাত খোৱাৰ আগতে এবাৰ বাহিৰলৈ ওলাই কোনোবা অতিথি আহিছেনে নাই চাইহে ভাতৰ পাতত বহা ইত্যাদি হেজাৰটা নীতি নিয়ম মানি চলিব লগাত পৰে। নাৰীয়ে গুৰুজন তথা স্বামীক নিদিয়াকৈ আগতে ভাত খালে নাইবা অতিথিক অবজ্ঞা কৰিলে গৃহস্থৰ লক্ষ্মী এৰা দিয়া লোক বিশ্বাসৰ আঁৰত আছে মহাকাব্যিক প্ৰভাৱ। কাৰণ ৰামায়ণত সীতাই কৈছে — "মায়ে মোক পূৰ্বতে শিকাইলা হাতে ধৰি, নকৰিবা ভোজন স্বামীক পৰিহৰি"। দ্ৰৌপদীয়ে অন্ন গ্ৰহণৰ পিছতহে সূৰ্য্য প্ৰদত্ত তাম্ৰ পাত্ৰ উদং হোৱা কথাষাৰে ৰান্ধনীক সকলোৰে শেষত অন্ন গ্ৰহণ কৰিবলৈ উদ্‌গণি দিয়ে। শকুন্তলা নাটকতো পতি গৃহ যাত্ৰাৰ আগ মুহূৰ্তত মহৰ্ষি কণ্বই শকুন্তলাক 'ভোগেস্বনুৎসেকিনী' অৰ্থাৎ ভোগৰ প্ৰতি স্পৃহা পৰিত্যাগৰ উপদেশ দিছিল। ৰান্ধি বাঢ়ি উঠি পাকঘৰ সাৰি মচি

নাৰাখিলে, ৰাতি ঘৰৰ জাবৰ জোথৰ বাহিৰত পেলাই দিলে, ঘৰ সাৰি দুৱাৰৰ চুকত জাবৰ থলে, গধূলি দুৱাৰ মুখ মচি, থাপনাত চাকি বন্তি নজ্বলালে লখিমী এৰা দিয়া কথাবোৰে 'লক্ষ্মী চৰিত' নিৰ্ভৰ কৰি চলে।

বৰপেটা সমাজত এগৰাকী নাৰীয়ে পৰম্পৰা সূত্ৰে ঘৰখনৰ সকলো বিলাক নীতি নিয়ম শিকি ললেও বিয়াৰ পিছত শৰণ ভোজন লোৱাৰ সময়ত গুৰুৰ পৰাও কিছুমান গোপনীয় কথা শিকি লয়। মন্ত্ৰ হিচাপে ব্যৱহাৰ কৰা এই গোপনীয় কথাবোৰ যাৰে তাৰে আগত নকয়। তথাপি ক্ষেত্ৰ অধ্যয়ন কালত, তেনে দুই এটা উফৰি আহি কাণত পৰা মন্ত্ৰৰ (!) ভিতৰত "তামোল কাটু খান খান, গুৰু ভকতক কৰু দান" বোলা বচন ফাকি ওপৰুৱা দৃষ্টিত অৰ্থহীন হ'লেও, এই কথাখিনিৰ মাজতেই প্ৰকাশ পাইছে আমাৰ সমাজ ব্যৱস্থাৰ এখন চিত্ৰ।

বৰ্তমান সমাজ ব্যৱস্থাত পূৰ্বৰ লোক বিশ্বাসে, বিশ্বাস যোগ্যতা হেৰুওৱাটো স্বাভাৱিক। যন্ত্ৰ নিৰ্ভৰ সমাজত আজি বহু কথাই খাপ নাখায়। আনহাতে মানুহৰ চিন্তা শক্তিৰ সংকীৰ্ণতা, নিজৰ সাহিত্য সংস্কৃতি সম্পৰ্কে অজ্ঞানতা আৰু মৰ্মগ্ৰাহীতাৰ অভাৱও বহুতো লোক বিশ্বাসৰ গাত অন্ধ বিশ্বাসৰ কলংক জাপি দিছে। উদাহৰণ স্বৰূপে বিয়াৰ বৰক নেওঁতা খাবলৈ মাতি, নেওঁতা মুখস্থ মাতিবলৈ দি ৰং চোৱা, কোনো কোনো মহিলাক বিনা দোষতে 'ডাইনী' বুলি পুৰি মাৰা, বঙালী সমাজত লক্ষ্মী পূজাৰ আগদিনা শেষ ৰাতি কুলা বজাই বজাই অলক্ষ্মী দূৰ কৰাৰ নিচিনা,আমাৰ সমাজতো কলেৰা মহামাৰীক নাম কীৰ্ত্তন কৰি গাঁৱৰ মূৰত এৰি থৈ আহিবলৈ যাওঁতে সীমামূৰীয়া গাঁৱৰ মানুহৰ লগত কাজিয়া লাগি ৰক্তাৰক্তি হোৱা কথাবোৰ সকলোৱে জানে। এইবোৰ অন্ধবিশ্বাস। উদাহৰণ স্বৰূপে সত্য নাৰায়ণ পূজাত, পিতৃয়ে গাখীৰ গুৰ খোৱা চুৰুনী মেকুৰী এজনী বান্ধি থোৱা দেখি, পিতৃৰ মৃত্যুৰ পিছত পুতেকেও পূজাৰ সময়ত এজনী মেকুৰী বান্ধি ৰখাৰ নিয়ম কৰাৰ নিচিনা 'যথাং পূৰ্বং তথাং পৰং' বোলা অভ্যাসবোৰ সমাজৰ অচিন ব্যাধি ॥

# মহোহো, মহোহো গীত আৰু মহোহো প্ৰতিযোগিতাৰ নিয়মাৱলী

নামনি অসমৰ এটি আনন্দমুখৰ লোক উৎসৱ হ'ল মহোহো। আঘোণ মাহৰ পূৰ্ণিমা ৰাতি অনুষ্ঠিত হয় এই উৎসৱ। আঘোণী পূৰ্ণিমাৰ ফৰিং ফুটা জোনাক ৰাতি, চেমনীয়া আৰু ডেকাসকলে দল বান্ধি গাঁৱৰ প্ৰতি ঘৰে ঘৰে মহ খেদা গীত গাই টকা-পইচা, চাউল-পাত আদায় কৰে। পিছত সময় সুবিধা বুজি, নামঘৰৰ চোতালত বা নৈৰ পাৰত সকলোৱে মিলিজুলি, ৰং-ধেমালি কৰি 'লগভাত' খায়। বৰপেটা অঞ্চলৰ কোনো 'মহোহো'ৰ দলে অৱশ্যে ভাতৰ সলনি পেট পুৰাই পায়স খাইহে তৃপ্তি পায়।

'মহোহো' শব্দৰ ব্যুৎপত্তি সম্পৰ্কে নানা মুনিৰ নানা মত। লোক সমাজ বিজ্ঞানী ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য দেৱৰ মতে — "অসমীয়া 'মহ' শব্দ আৰু বড়ো কছাৰী 'হো' শব্দ মিশ্ৰিত ৰূপে মহোহো শব্দ গঠিত হৈছে।"

বৰপেটা অঞ্চলৰ 'মহোহো' উৎসৱৰ নাম 'ভাওল দিয়া'। ড° হেমন্ত কুমাৰ শৰ্মাৰ মতে ভাল হওঁক এই শব্দ দুটাৰ মিল ৰাখিয়েই 'ভাওল দিয়া' শব্দ দুটা ওলাইছে। বৰপেটা সত্ৰৰ ডেকা সত্ৰীয়া তথা লোক-সংস্কৃতি সাধক শ্ৰীযুত বশিষ্ঠ শৰ্মাদেৱৰ মতে মহোহো উৎসৱত যিহেতু 'মহ' খেদাৰ ভাও দিয়া হয়, ভাও শব্দৰ পৰাও ভাওল শব্দৰ প্ৰচলন হ'ব পাৰে।

আঘোণ মাহৰ পূৰ্ণিমা ৰাতিয়েই মহোহোৰ নিৰ্দিষ্ট সময় যদিও, একে ৰাতিৰ ভিতৰতে এখন গাঁও বা হাটীৰ প্ৰতি ঘৰে ঘৰে গৈ মহোহো গোৱা সম্ভৱ নহয়। তাতে আকৌ যাৰ ঘৰত মহোহো নাগায়, সেইঘৰ গিৰিক 'ধোউলা মহে' দগৰদাহা দি খায় বুলি জনবিশ্বাস এটি থকা বাবেও মহোহো গোৱা দলে ভকত বাচা কাম নকৰে। সেয়েহে কাতি মাহে কাতি-কুতা কৰিলেই মহোহো গোৱা আৰম্ভ কৰিব লগাত পৰে।

সাধাৰণতে মহোহো পৰিবেশন কৰা হয় পাঁচটা পৰ্যায়ত। প্ৰথমতে গৃহস্থৰ চোতালত প্ৰবেশ কৰিয়েই 'ও হৰি, ও ৰাম' বুলি হৰিধ্বনি দিয়া, দ্বিতীয়তে পৰম্পৰাগতভাৱে প্ৰচলিত মহোহোৰ নিৰ্দিষ্ট গীত-পদ গোৱা, তৃতীয়তে ভালুকী নচুওৱা, চতুৰ্থতে গৃহস্থৰ লগত বিশেষকৈ 'আতা-আবু'ক জোকাই মুখ-জোৰণি

গীতেৰে ৰং-ধেমালি কৰা আৰু পঞ্চমতে 'ভকত বস্তুৰ' আগত আঠু লোৱা গৃহস্থক অন্তৰ উজাৰি আশীৰ্বাদ দি, তেওঁলোকে শ্ৰদ্ধা-ভক্তি সহকাৰে আগবঢ়োৱা চাউল-পাত, টকা-সিকা গ্ৰহণ কৰা। অতীতত, অসমীয়া মানুহৰ 'হাতৰ সখা, পানীৰ জখা' ইত্যাদি নটা গুণ থকা 'টোকোন' বা লাঠী কেইডালেই আছিল মহোহো দলৰ পাগুপাত অস্ত্ৰ। আজিও মহোহো দলে লাঠীৰ মূৰত গজাল মাৰি লগাই লোৱা টিনৰ চাত্‌লিৰ জুনুক্ জানাক্ শব্দ মহোহোৰ অন্য এক আকৰ্ষণ। মহোহো গীতৰ লগত অন্য বাদ্য-যন্ত্ৰ বজোৱা দেখা নাযায় যদিও, বৰনগৰ অঞ্চলত অৱশ্যে প্ৰতিটো দলত এজন বা দুজন ল'ৰাই আমাৰ লোকবাদ্য বাঁহৰ 'থক্‌ৰা' বজাই গীতৰ তাল ৰাখে।

নামনি অসমৰ নলবাৰী, গোৱালপাৰা আদিৰ নিচিনা বৰপেটা অঞ্চলতো মহোহো দলৰ এজন বা দুজন ল'ৰাক কল-চোঁচনি আৰু কাঠৰ মুখা পিন্ধাই 'ভালুকী' অৰ্থাৎ ভালুক সাজি নচুৱায়। ভালুক নচুওৱা গীতবোৰ বৰ মধুৰ। নাটকীয় আৰু হাস্যৰসাত্মক। এই ক্ষেত্ৰত ডঃ বীৰেন্দ্ৰ নাথ দত্তদেৱৰ 'গোৱালপৰীয়া লোকগীত সংগ্ৰহ'ত সন্নিবিষ্ট 'ভালুক নাচ'ৰ ২৬ টি গীত, এই অনুষ্ঠানৰ জনপ্ৰিয়তাৰ স্পষ্ট ইংগিত। বৰ্তমান কোনো কোনো অঞ্চলত মহোহোৰ পৰা 'ভালুক নাচ' কৰ্তন, লোক সংস্কৃতিৰ অংগহানিৰ নিৰ্বুদ্ধিতা, লগতে ভালুক নাচ বিহীন মহোহো দোতাৰা-দগৰ বিহীন লোকগীতৰ (কামৰূপী, গোৱালপৰীয়া, জিকিৰ জাৰি ইত্যাদি) দৰে দৃষ্টিকটু, শ্ৰুতিকটু।

কোনো কোনো অঞ্চলত, ল'ৰা-বুঢ়া সকলোৱে মন-চিত কাঢ়ি লোৱা ভালুকক শিয়াল নেজী বনৰ টুপীও পিন্ধায়। আগতে হেনো মহোহোৰ দলে পোহনীয়া ভালুককো নচুৱাইছিল। ভালুকৰ ভাও দিয়া ল'ৰাজনক, সঁচা ভালুকে খেদি আহে বুলি লোক বিশ্বাস এটি আছে বাবেই, আজিও ভাওল দিয়া শেষ হ'লেই ভালুকীয়ে পিন্ধা কল্‌-চোচনিবোৰ পুৰি নাইবা পুতি পেলায়।

নামনি অসমৰ নলবাৰী, গোৱালপাৰা, দৰং আদি অঞ্চলত পৰম্পৰাগতভাৱে প্ৰচলিত মহোহো গীতৰ কথা, সুৰ আৰু নাচোনভঙ্গীৰ প্ৰায় মিল আছে। নলবাৰী অঞ্চলত, মহোহো গোৱাৰ সময়ত এজন ল'ৰাই লাঠীৰ এটা মূৰ মাটিত পাতি, আনটো মূৰ হাতেৰে হেলনীয়াকৈ ধৰি থাকে। তেনে অৱস্থাত, মহোহোৰ দলে, গীতৰ তালে তালে, নিজৰ নিজৰ হাতত থকা লাঠীবোৰেৰে, উক্ত লাঠীডালত কোবাই কোবাই, এটি সংগীত মধুৰ পৰিবেশৰ সৃষ্টি কৰে।

বড়ো সমাজত মহোহোৰ প্ৰচলন অতি প্ৰাচীন। গোৱালপাৰাৰ অ'ৰি বা এউৰি মাগা, ম'শ-শ বা শিবো শিবো গীত, উত্তৰ গোৱালপাৰাৰ বড়ো সমাজৰ 'চেনায় হুনায়', দৰঙৰ মইহ্‌খেদা, চাহ জনজাতি সকলে আঘোণ আৰু পুহ মাহৰ সংক্ৰান্তিৰ আগদিনা

পালন কৰা 'ফুচ পূৰ্ণিমাৰ পূজা' লগতে ভাদ মাহৰ পূৰ্ণিমা তিথিত, বাক্সা তামোলপুৰ অঞ্চলত পালন কৰা 'বাম্বোল পিটা' আৰু নামনি অসমৰ মুছলমান সমাজে পালন কৰা 'মাগুন মাগা' ইত্যাদিও মহোহোৰ সম পৰ্য্যায়ৰ লোক উৎসৱ। মহোহো গীতৰ লগত মাগুন গীতৰ ভাব, ভাষা আৰু সুৰৰ বৈশিষ্ট্য মনকৰিবলগীয়া।

ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক সমস্যাৰ পাকচক্ৰই ক্ৰমান্বয়ে নিস্তেজ কৰি পেলোৱা বহুতো মৃত্যুমুখী লোক উৎসৱৰ দৰে, মহোহো উৎসৱৰো আগৰ ৰং-ৰূপ হেৰাল। আজিকালি আঘোণী পূৰ্ণিমাত ভকতসকলে 'বীৰনামৰ ধ্বনি'ৰে মুখৰিত কৰি তোলে বৰপেটাৰ আকাশ বতাহ — 'আকাশত হৰি নাম, বতাহত হৰি নাম'। উল্লেখযোগ্য যে ভকতসকলে ঘৰে ঘৰে নাম গাই পোৱা 'মাননী'ৰে যি ভোজভাত খায়, সেই ভোজভাতৰ নাম 'ভাওলৰ ভাত'।

লোক উৎসৱ মহোহোৰ লগত জড়িত হৈ থকা লোকবিশ্বাস হ'ল — নিঃসন্তান দম্পতীয়ে মহোহো দলৰ আশীৰ্বাদ ল'লে সন্তানৰ মুখ দেখে, ৰোগী নিৰোগী হয়, মহোহো গোৱাৰ পিছৰ পৰাই মহে হেনো গাঁও এৰি ত্ৰাহি মধুসূদন সুঁৱৰি পলায়।

মহোহো দলৰ প্ৰতিজন ল'ৰাই হাতত লোৱা লাঠী বা টোকোনেৰে গৃহস্থৰ চোতাল খুন্দি উচ্চস্বৰে উদাত্ত কণ্ঠেৰে গোৱা অৰ্থপূৰ্ণ হাস্যমধুৰ গীতৰ লগতে তেজাল নৃত্যভঙ্গী হ'ল — অসমৰ আদিম অধিবাসীৰ, বনৰীয়া হিংস্ৰ জন্তুৰ আক্ৰমণ প্ৰতিহতৰ কৌশলপূৰ্ণ আৰু সাহসী প্ৰচেষ্টাৰ অভিনৱ ৰূপ, ম'হ-ভালুক খেদা ভাও দিয়া লোক নাট্যানুষ্ঠান।

পৰৱৰ্তী কালত, বাৰীয়ে ঘৰে গুণ্‌গুণ্‌কৈ গান গাই উৰি ফুৰা, অলক্ষিতে আহি আমাৰ তেজ শুঁহি লোৱা মহক নৈৰ সিপাৰলৈ খেদি দিয়া লোকবিশ্বাসৰ আধাৰত উদ্‌যাপিত মহোহো হ'ল — সমাজক একতাৰ দোলেৰে বান্ধি ডেকাশক্তিক শিষ্টাচাৰ, কৰ্মপ্ৰেৰণা লগতে অসমীয়া জাতিৰ চেতনা সঞ্চাৰিণী লোক-সংস্কৃতিৰ অকৃত্ৰিম, স্বতঃস্ফূৰ্ত আনন্দৰ সঞ্জীৱনী মন্ত্ৰেৰে দীক্ষিত, উৎফুল্লিত কৰিব পৰা সহজসাধ্য আৰু বৰ্তমান সময়ৰ বাবে অতি প্ৰয়োজনীয় লোক উৎসৱ।

## মহোহো গীতৰ নমুনা

(১)

ওৰি অৰণে, মা লক্ষী চৰণে,
মা লক্ষী দিলাক বৰ,
ভাখৰী ভৰি মাটিত পৰ।
ভাখৰীৰে উলি জুলি,

সণাইদি বান্ধম ডুলি,
সণাৰে লেম্পুৰ,
চাউল লাগে একু দুণ।
ও ভাল হক — হক।
ও কুশল হক — হক।
চাৰটা পইচা দিবাৰ মন কৰক
ও কৰক, কৰক।
সেই চাৰ্‌টা বাঢ়ক বাঢ়ক।

(২)

ওৰি ওৰি, ওৰি মহোহো
ওৰি মহোহো টেপল পুৰা খাওঁ চো
টেপলীত নহল নুন, চাউলে কঠাই দুণ দুণ।
চাউলে দি দিলাক খৰি,
আহাৰ ঘৰ লৰালৰি।
লৰলৰি কৰতে, সণাৰ কাঠি পাঅতে,
সণাৰ কাঠি ৰূপাৰ কামী
বছৰে বছৰে মাগো আমি।
বছৰৰ খেলা, তাক নকোৰ্‌বি হেলা,
হেলাতে হেলাৱতী দিন যায় অধোগতি।
মহৰ মায়েকক পাৰ কোৰলু,
খাৰা নাকাৰ ঘাটে।
খাৰা নাকা পুত্‌মুৰ খাআ,
মহৰ শিং যৰে দিয়া।
মহৰ শিং হেকাৰ বেকাৰ,
তাতে পৰিল মাছ ৰখা।
মাছৰ ৰখাৰ দীঘল ঠুঁঠ,
কুবে মাৰু ধাপ্‌ধুপ্‌।
কলৰ চুঁচুনি বাঁহৰ দৈ
বাঘ ভালুকী নাচন দেই।

(৩)

ঃ 'ভালুকী' (ভালুক) নচুওৱা গীত ঃ

থিয়া নাচন দিওৰে ভালুকী দিও।
পেট্ কামৰ্ নাচন দিওৰে ভালুকী দিও।
আঠু কাঢ়া নাচন দিওৰে ভালুকী দিও।
খেদি যাবা নাচন দিওৰে ভালুকী দিও।
নাম গাবা নাচন দিওৰে ভালুকী দিও।
খোল বাজ নাচন দিওৰে ভালুকী দিও।
বিহু নাচা নাচন দিওৰে ভালুকী দিও।

(ভালুকী নাচত সকলোৰে গ্ৰহণযোগ্য আৰু সমসাময়িক পৰিস্থিতিৰ লগত খাপ খোৱা বিভিন্ন অৰ্থপূৰ্ণ আৰু ৰসাল বৰ্ণনাৰ গীত গাই ভালুকীক নচুৱাব পাৰি)

(৪)

এক শিয়ালে ৰান্ধে বাঢ়ে,
দুই শিয়ালে খাই।
ৰাজাৰ বেটা মজুমদাৰ
ঘৰা চিক্ৰে যাই।
ঘৰা চিক্ৰে যাইতে যাইতে,
অৰ্জ্জুন পাগলাৰ বাৰী।
অৰ্জ্জুন পাগ্লা মল্লো মল্লো,
বেঞ্চি নিলাক চুৰে।
দো বোউই কান্দি মৰে,
টেপল গাছৰ তলে।
টেপলৰ গুটি খাই,
দাঁত চাফা কৰে।
বোল হৰি বোল, বোল হৰি বোল।

(৫)

থুপ্ৰী হো ৰে থুপ্ৰী হো
কাণা কুঁজা লগ হো।
কাণা কুঁজা ধনাগুৱা,
ওজা মাত্লু বৰেৰ পুৱা।

ওজা মাতি হলু লাজ,
তিনি বামুণৰ তিনি কাজ।
লাউৰ পাত চাকা চাকা,
আমাক লাগে বগা টাকা।
বাহঁৰ পাত চিকিমিকি,
আমাক লাগে বগা সিকি।
বগা সিকিৰ তলে,
বাৰ বাতি জ্বলে।
বাৰ বাতি তেৰ কামী,
বছৰে বছৰে মাগু আমি।
বছৰোৰ খেলা, তাক নকোৰিবা হেলা,
হেলা কল্লি বেলা হবো।
ছা-ছলিৰ খেলা হবো,
বোল হৰি বোল, বোল হৰি বোল।

(৬)

ওৰি ঔৰ মূৰা,
ধান পালু একপুৰা।
ধান পুৰা পাই,
ঢেম্‌নী আন্‌লু চাই।
ও ঢেম্‌নী হাটক যাই,
ঢেম্‌নীক বেচি লাড়ু খাই।
লাড়ু খাবতে নাপলাক জুতি,
ঢেম্‌নীৰ মূৰত দিলাক মুতি।
ও ভাল হক - হক,
ও কুশল হক - হক।

(৭)

মহোহো, মহোহো,
মহ খেদবা যাওঁ চো।
মহ পালু সাতোটা,
গাএ পতি একুটা।

চেক্‌চেইকা তোৰ কাপাল ফাটা,
শৌহ্‌ৰে দিছে ভাঙা লটা।
ভাঙা লটাইদি পানী যাই,
তই মৰা গালি খাই।
গালিও গালি অধম গালি,
গালি খাই কেনে পালি।
কলোৰ তলোক গেইছিলি,
দুটা ডিমা পাইছিলি।
তাকো নিলাক কাউৰে,
গোৰখা ছলি বেৰা ভাঙি দাউৰে।
আহাৰ ঘৰোত ভাঙা কাচি,
বুঢ়ী হাগে একু পাচি।
আহাৰ ঘৰোত ভাঙা দাৱ,
বুঢ়াই হাগে একু নাও।
আহাৰ চত্‌লোৰ টান মাটি,
টকনৰ গেল মূৰ ফাটি।
আহাৰ ঘৰোত তুঁহোৰ ধওঁা
ছলি কান্দে উঙা উঙা।
আহাৰ ঘৰোত ৰাঙা জালুক,
অলে আইছে বুঢ়া ভালুক।

(৮)

ওৰি ওৰি ভাই,
চৰি আনছু দীঘাল চাই।
এই চৰি নাপাইয়া,
চত্‌ল খান্দু জাপাইয়া।
চত্‌লোৰ আগৰ নিকা মাটি,
হাঁহ মৰে বুক ফাঁটি।
আইঠা কলোৰ গলত মণি,
ই ঘৰ মানুহ বৰ ধনী।
ধনী মান্‌হোৰ টিঙৰ ঘৰ,

টাকা এটা অলে পৰ।
চন্দুকটু লৰে চৰে,
টাকাটু অলে পৰে।
ও ভাল হক — হক
ও কুশল হক — হক
টাকা এটা দিবাৰ মন কৰক।
গোলিৰ গৰু গাই, ভাখৰীৰ ধান বাঢ়ক
ও বাঢ়ক।

(৯)

ওহোহো মহোহো,
মহ খেদ্‌বা টকন লো।
ওহোহো মহোহো,
বাঘ খেদ্‌বা টকন লো।
আবুও মই বিয়া খাউ,
বাঘ মাৰ্‌বা ৰণে যাউ।
বাঘ কাকা হানিয়া,
মুইহ্ কাকা খুচিয়া।
আমি খাউ জালি,
মহ যাই আলি।
আইছু ভকত, মাৰছু খুটি,
নেদা যদি নাযং গুছি।
হেইচ্ছো ভায়া,
ভকতৰ ছলি আইছু বিদায় দিয়া।
ও ভাল হক হক, কুশল হক হক।

## মাগুন গীত

(১)

আইলামৰে ভাই উৰিয়া,
হাতীৰ কান্দে চৰিয়া।
হাতীৰ কান্দ লৰবৰ কৰে,
লাফা বাগুন গাছে ধৰে।

লাফা বাগুন চিৰল পাত,
ৰাহলে খায় কৰ্‌কৰা ভাত।
কৰ্‌কৰা ভাত খাইয়াৰে,
গৰু ৰাখবাৰ যাইয়াৰে।
ৰাহল ভাই ৰাহল ভাই,
তৰপালে কই গাই।
বাৰ বলধ তেৰ গাই,
সেই গাইয়েৰ দুদু খাই।
দুদু ফুটি লৰে চৰে,
জব্‌জবাই টেকা পৰে।
একটি টেকা পাইলামৰে,
বাইগনাবাৰী গেলামৰে।
বাইগনাবাৰী কিছেৰ ঢোল,
আমাক দিবা কতক মোন।
দেনদেন চলিয়া যাই,
আৰক বাৰী পাইয়া যাই।

(২)

হৰিণ গেলৰে হৰিণ গেল,
দেখ্‌ছে হৰিণ কোন দিয়া গেল।
নিম গাছেৰ তলদিয়া গেল,
নিমগাছে শিয়ালেৰ বাহা,
জুটাজুটিৰ বুদ্ধি নাহা।
জুটাজুটি শ্যামৰে,
সোণা বান্ধা খামৰে।
সোণা কি ৰূপা ভাল,
সেই ঘৰটা দেখতে ভাল।
সেই ঘৰটা খাটনি,
গিন্নি বৰ জ্বাটনি।
গিন্নি গিন্নি বাইশ মোট,
আমাক দিবান কতক মোন।

দেনদেন চলিয়া যাই,
আৰকবাৰী চলিয়া যাই।
আৰকবাৰী বহুত দূৰ,
মধ্যখানে সমুদ্দুৰ।

(৩)

অৰি অৰি চৰি ভাই
ই চৰি নাপাই।
কোন দান খান নহ মাটি
হা হেৰি বুক ফাটি।
বাৰ বাতি জ্বলে,
বাৰ বাতি তেৰ খান,
বছৰে বছৰে মাগুন আন।
বছৰেৰ খেলা,
নকৰব হেলা।
হেলা কৰলে বেলা যায়,
দেখা কৰলে ছায়া হয়।
হে গুৰু হে,
চাৰডা মাগুন দে।

(৪)

আইলামৰে ভাই উৰিয়া
মাহা লক্ষী চৰিয়া,
মাহা লক্ষী দিল গৰু
চাউল ভাইগা দাইল কৰ।
চাউল দিবান না দাইল দিবান
তৰ কপালে নৰিগৰি।
নৰিগৰি শ্যামৰে,
বাইগনা বাৰী যামৰে।
বাইগনা বাৰী গুগুৰ বাহা,
দেইখা আইলাম তিন ভামছা।
আমি দেখি নাই দাদা দেখ্ছে

তিন কদমে বাধা নাগছে।
গায়েৰ দুধ চাম্পা কলা,
গৰু ৰাখি গাছেৰ তলায়।
গাছেৰ তলায় বাঘেৰ ভয়,
বগা বগী ডাইকা কয়।
অৰে ৰাহল ভাই,
তৰ গিৰস্তৰ কই গাই।
বাৰ বলধ তেৰ গাই,
তাৰ বেছি আৰ নাই।
আন্নি উন্নি ধান খাবিনা গেদগেদি
আইল কতৰে বিজুন ধান
খুইটা আইনা লাখ সোমান
লাখ সোমান পিতলেৰ ঘটি
অই ঘৰে মাধবেৰ বেটি
অৰে মাধবৰ জাক্ৰে
ভিক্ষা ভাংগে খাগ্ৰে
আম্ৰা অইলাম ছইল পইল
যাৰে কৈছিল বইন
কচুৰ পাতায় অলধি
মাগুন দিবেন জলদি।

(মহোহোৰ গীতবোৰ বৰপেটা নহাটীৰ কিশোৰী মোহন বায়ন, বৰনগৰ মহাপ্ৰভু গৰখীয়া গোঁসাই থানৰ 'বুঢ়া পাঠক' খগেন পাঠক, লগতে চতুৰ্ভূজ সমন্বয় গোষ্ঠী, নমাটি সত্ৰ, মৈৰামাৰা, হাউলীৰ সদস্যসকলৰ পৰা আৰু মাগুন গীতখিনি হাউলীৰ মেছেৰ আলী আহমেদৰ পৰা সংগৃহীত।

**মহোহো প্ৰতিযোগিতাৰ নিয়মাৱলী ঃ**

(ক) অকণি প্ৰতিযোগীসকলে ৰঙা আৰু হালধীয়া নাইবা সেউজীয়া আৰু ৰঙা ৰঙৰ সূতাৰে পখৰাকৈ বোৱা তিনিহতীয়া গামোচা, হাত চুটি গেঞ্জি পিন্ধি কঁকাল আৰু মূৰত ফুলাম গামোচা বান্ধি লব লাগিব। যুৱক প্ৰতিযোগীয়ে তিনিহতীয়া গামোচাৰ সলনি ভৰিৰ কলাফুলত পৰাকৈ অৰ্থাৎ চুটিকৈ ধুতী পিন্ধিব লাগিব।

(খ) একোটা দলত দহ জনতকৈ কম আৰু কুৰি জনতকৈ অধিক প্ৰতিযোগী

থাকিব নোৱাৰিব।

(গ) এজন প্ৰতিযোগীয়ে দুটা দলত অংশ গ্ৰহণ কৰিব নোৱাৰিব।

(ঘ) মহোহো পৰিবেশন কৰিবলৈ প্ৰতিটো দলক পোন্ধৰ মিনিট সময় দিয়া হ'ব যদিও, পৰিবেশ পৰিস্থিতি সাপেক্ষে কেতিয়াবা নিৰ্দিষ্ট সময়ৰ ইফাল সিফাল কৰিব লগাত পৰিলে, প্ৰতিযোগীয়ে তাৰ বাবে সাজু থাকিব লাগিব।

(ঙ) মহোহোৰ গীতবোৰ সম্পূৰ্ণৰূপে কণ্ঠস্থ হ'ব লাগিব।

(চ) প্ৰতিযোগীসকলে নামনি অসমত পৰম্পৰাগতভাৱে প্ৰচলিত যিকোনো 'মহোহো' গীত পৰিবেশন কৰিব পাৰিব।

(ছ) প্ৰতিযোগীসকলে প্ৰথমতে হৰিধ্বনি দিয়া, দ্বিতীয়তে পৰম্পৰাগতভাৱে প্ৰচলিত নিৰ্দিষ্ট গীত পদ গোৱা, তৃতীয়তে ভালুকী নচুওৱা, চতুৰ্থতে গৃহস্থৰ লগত গীতেৰে ৰং-ধেমালি কৰা আৰু পঞ্চমতে গৃহস্থক আশীৰ্বাদ দিয়া এই পাঁচটা পৰ্য্যায়ত মহোহো পৰিবেশন কৰিব লাগিব।

(জ) প্ৰতিযোগীয়ে গীতবোৰ গাওঁতে থলুৱা উচ্চাৰণ আৰু সুৰৰ ওপৰত বিশেষ গুৰুত্ব দিব লাগিব।

(ঝ) মহোহোৰ 'ভালুকী'য়ে কলচোঁচনি আৰু মুখা ব্যৱহাৰ কৰিব লাগিব।

(ঞ) প্ৰতিযোগীসকলে তেওঁলোকৰ যাৱতীয় সকলো খৰচ নিজে বহন কৰিব লাগিব।

(ট) বিচাৰকৰ সিদ্ধান্তকে চূড়ান্ত সিদ্ধান্ত বুলি মানিব লাগিব। ●

# সংস্কাৰ আৰু লোকাচাৰ

সংস্কাৰ শব্দটিৰ ইংৰাজী প্ৰতিশব্দ ৰূপে refinement, corection, reformation আদি কেবাটাও শব্দৰ প্ৰয়োগ প্ৰযোজ্য যদিও, সংস্কাৰ সম্পৰ্কে লোক সমাজ বিজ্ঞানীয়ে দৃঢ়তাৰে কোৱা কথাষাৰ হ'ল Purifectory rites prescribed by the Hindu scriptures. মুঠতে সংস্কাৰৰ আক্ষৰিক অৰ্থ হ'ল — পৰিশোধন, শুদ্ধিকৰণ, শুচিকৰণ। সংস্কাৰ সম্বন্ধে ভাৰতীয় পণ্ডিতৰ মতামত হ'ল "কোনো এটা বস্তুৰ পূৰ্বৰ ৰূপ সম্বন্ধে পৰিবৰ্ত্তন কৰি তাক এটা নতুন ৰূপত গঢ় দিয়া"। এই পৰিবৰ্ত্তন বাহ্যিক তথা বস্তু জগতৰ পৰিবৰ্ত্তন নহয়। এয়া মানৱাত্মাক মহাত্মালৈ ৰূপ দিয়াৰ প্ৰক্ৰিয়া। শাস্ত্ৰকাৰৰ বিশ্বাস সংস্কাৰৰ পৰশত মানুহৰ দুৰ্গুণ আঁতৰি যায়, পাৰ্থিৱ জীৱনে লাভ কৰে অমৰত্ব। সাৰ্থক হয় উপনিষদত উচ্চাৰিত — "অমৃতস্য পুত্ৰ" বাণী। চৰক মুনিয়ে কৈছে — "সংস্কাৰোহি গুণান্তৰাধান মুচ্যতে" অৰ্থাৎ সংস্কাৰে মানৱৰ পূৰ্বৰ দুৰ্গুণবিলাক দূৰ কৰি তাৰ ঠাইত সৎ গুণৰ আধান কৰে। সংস্কাৰ সম্বন্ধে হেমচন্দ্ৰ গোস্বামীদেৱৰ ব্যাখ্যা এনেধৰণৰ — "ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য এই তিনি জাতিৰ গা শুচি কৰা দহোটা কাৰ্য্য।

লোক সমাজে পৰম্পৰাগত ধ্যান-ধাৰণা, আচাৰ-ব্যৱহাৰ, চিন্তা-চৰ্চ্চাৰ সমাৰ্থক ৰূপে সংস্কাৰ শব্দটি সততে ব্যৱহাৰ কৰি শব্দটিৰ পৰিধি বহলাইছে যদিও শব্দটিৰ আচলতে সংস্কাৰ হ'ল শূদ্ৰৰ বাহিৰে বাকী ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য এই তিনিটা জাতিৰ যোল্লটা বিধান। সেইকেইটা হ'ল — গৰ্ভাধান, পুংসৱন, সীমন্তোনয়ন, জাত কৰ্ম, নামকৰণ, নিষ্ক্ৰমণ, অন্ন প্ৰাসন, চূড়াকৰণ, কৰ্ণবেধ, উপনয়ন, বিদ্যাৰম্ভ, সমাবৰ্তন, বিবাহ, বাণপ্ৰস্থ, সন্যাস আৰু অন্তেষ্টি। এইখিনিতে উল্লেখযোগ্য যে শূদ্ৰৰ অধিকাৰ কেৱল বিবাহ সংস্কাৰত। পৰৱৰ্ত্তী কালত এই যোল্ল সংস্কাৰ সংকুচিত হৈ দশ সংস্কাৰত বৰ্ত্তি থাকিল। বাকী কৰ্ণবেধ, বিদ্যাৰম্ভ, বানপ্ৰস্থ, সন্যাস আৰু অন্তেষ্টি অন্তৰ্ধান হ'ল। সমালোচকসকলৰ মতে এই সংস্কাৰেই হ'ল শিষ্ট সংস্কৃতি বা অভিজাত সংস্কৃতি।

আনহাতে লোকাচাৰৰ ইংৰাজী প্ৰতিশব্দ হ'ল Popular Practice or

Custom পৰম্পৰা সূত্ৰে সৰ্বসাধাৰণৰ মাজত প্ৰচলিত আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিয়েই লোকাচাৰ। লোক সমাজ বিজ্ঞানীৰ মতে লোকাচাৰ হ'ল অলিখিত আইন, যি আইনে অলক্ষিতে মানব সমাজ নিয়ন্ত্ৰণ কৰে। লোকাচাৰ সমাজৰ অনুশাসন। ব্ৰহ্ম বৈৱৰ্ত পুৰাণৰ মতে — "বেদৰ নিয়মতকৈ প্ৰচলিত ৰীতি-নীতি বেছি প্ৰযোজ্য।" লোক-সংস্কৃতিৰ ৰাজহাড় লোকাচাৰৰ পৰিধি দিগন্ত বিয়পা। আনহাতে শিষ্ট সংস্কৃতি তথা সংস্কাৰৰ পৰিসীমা ঠেক। সংস্কাৰ আৰু লোকাচাৰৰ গাখীৰ গুড় সম্পৰ্ক নহ'লেও, সুশৃংখল সমাজ ব্যৱস্থাৰ বাবে সংস্কাৰ আৰু লোকাচাৰ দুয়োবিধেই অপৰিহাৰ্য্য। অতীতৰ সংস্কাৰ প্ৰধান আৰ্য্য সমাজ আছিল পিতৃ প্ৰধান। আনহাতে লোকাচাৰ, প্ৰধানত মাতৃ জাতিৰ সম্পত্তি।

প্ৰত্নতাত্বিক নেম ফউলড্‌ৰ মতে অতীতৰ চাৰি জাতিৰ সৃষ্টিৰ অন্তৰালত আছিল পেশাভিত্তিক বিভাজন। উক্ত বিভাজনেই হ'ল জাতি প্ৰথাৰ প্ৰাথমিক স্তৰ। ভাৰতবৰ্ষত বৰ্ত্তমানলৈ উপজাতিৰ সংখ্যা আনুমানিক চাৰি কোটি যদিও থিতাদহে চকুত পৰা শ্ৰেণী দুটি হ'ল ব্ৰাহ্মণ আৰু শূদ্ৰ। পৰশুৰামে আৰম্ভ কৰা ক্ষত্ৰিয় নিধন যজ্ঞৰ পৰিসমাপ্তি ঘটে মহাপদ্ম নন্দৰ দিনত। আনহাতে শাস্ত্ৰ নিৰ্দ্ধাৰিত পথৰ পৰা বিচ্যুত হৈ বৈশ্যইও শূদ্ৰৰ জাকতে জীণ যোৱাত, সংস্কাৰৰ চাৰি সীমাৰ বাহিৰ হ'ব লগাত পৰিল। এতিয়া প্ৰশ্ন হ'ল সংস্কাৰ তথা শিষ্ট সংস্কৃতি ব্ৰাহ্মণ অথবা আৰ্য্যৰ, আনহাতে লোকাচাৰ বা লোক সংস্কৃতিৰ শূদ্ৰ বা অনাৰ্য্যৰ একচেতিয়া সম্পত্তি নেকি? তথ্যানুসন্ধানী সমাজ বিজ্ঞানীয়ে কয় — সংস্কাৰ আৰু লোকাচাৰ পৰস্পৰে পৰস্পৰৰ পৰিপূৰক। অন্য নালাগে ৰামায়ণতে ৰাম, লক্ষ্মণাদি চাৰি ভাতৃৰ বিবাহ কাৰ্য্যত সংস্কাৰ আৰু লোকাচাৰে সোণে পোৱালে গঁঠা হৈ আছে —

"লৌকিক বৈদিক আচাৰ নিৰন্তৰ। সমন্তে কৰাইলা ৰাজা বিধি ব্যৱহাৰ"

ৰামায়ণত লোকাচাৰৰ অন্য এটি নাম মঙ্গল আচাৰ — "আনো শান্তি সুন্দৰী আয়তী লৈয়া সঙ্গে। মঙ্গল আচাৰ যত কৰিলন্ত ৰঙ্গে"। আমি আগতেই উল্লেখ কৰিছোঁ যে কেৱল মাত্ৰ বিবাহ সংস্কাৰতহে শূদ্ৰৰ অধিকাৰ। তাতে আকৌ পুৰোহিত অবিহনে শূদ্ৰৰ বিবাহ সংস্কাৰো আধৰুৱা। আমাৰ ধাৰণা দেৱ-দেৱী আৰু মানৱৰ মাজত সংযোগ সেঁতু নিৰ্ম্মাণকাৰী বিশ্বকৰ্মা হ'ল — পুৰোহিত। আনকি পুৰোহিত বিহীন ৰাজাৰ অন্নও হেনো দেৱতাই গ্ৰহণ নকৰে। মন কৰিবলগীয়া কথা যে বিবাহ কাৰ্য্যত বৈদিক ক্ৰিয়া-কলাপতকৈ লোকাচাৰৰ প্ৰতিহে মানুহৰ আকৰ্ষণ বেছি। কাৰণ বঙালীত এষাৰ কথা আছে "বিয়া ঘৰে ম্যায়া ৰাজা" গতিকে য'তেই নাৰীৰ প্ৰাধান্য তাতেই লোকাচাৰৰ লপো ধপো, ধনো ধপো বেছি। বৈদিক সংস্কাৰত লোকাচাৰৰ

ছাঁ পৰে দেখি ভাৰতবৰ্ষৰ বিখ্যাত পণ্ডিত ক্ষিতি মোহন সেনে কৈছে "বিয়াকো সম্পূৰ্ণ বৈদিক সংস্কাৰ বুলি ক'ব নোৱাৰি। কাৰণ বিয়াত বহু কথাই মহিলাসকলৰ নিৰ্দ্দেশানুযায়ী অনুষ্ঠিত হয়।"

বৈদিক সংস্কাৰত শূদ্ৰৰ অধিকাৰ এক বিতৰ্কিত বিষয় — তৰ্ক শাস্ত্ৰ মহা ব্যাঘ্ৰী"। অধিক সংখ্যক স্মৃতি গ্ৰন্থই বেদ মন্ত্ৰ মুখৰিত সংস্কাৰৰ লগত শূদ্ৰক জুই পানী আলাগ কৰি ৰাখিছে। গৌতম ধৰ্ম সূত্ৰত আছে কোনো শূদ্ৰই যদি মুখস্থ কৰাৰ মতলব লৈ বৈদিক মন্ত্ৰ শুনে, তেনে 'পাতকী' শূদ্ৰৰ কাণৰ ভিতৰত গৰম লা ঢালি দিব লাগে। ততোধিক কোনো কোনো শাস্ত্ৰত বেদ মন্ত্ৰ উচ্চাৰণকাৰী শূদ্ৰৰ জিহ্বা কৰ্তনৰ বিধানকো সোণ খটুৱাই সজাই ৰখা হৈছে।

কাঠক সংহিতা, ছান্দোগ্য উপনিষদ আদি গ্ৰন্থই শূদ্ৰৰ বেদ পাঠৰ অধিকাৰ স্বীকাৰ কৰিছে। আনকি গোত্ৰায়ন নামৰ শূদ্ৰ এজনে বৈক্ক নামৰ ঋষিৰ পৰা বেদ শিক্ষা লোৱা বুলি জনশ্ৰুতি আছে। শূদ্ৰৰ প্ৰতি খৰ্গহস্ত হ'লেও মনু আৰু যজ্ঞ বল্কই বৈদিক মন্ত্ৰবিহীন সকলো প্ৰকাৰ সংস্কাৰ পালনত শূদ্ৰৰ অধিকাৰ স্বীকাৰ কৰিছে। অন্য এটি উল্লেখযোগ্য কথা যে মন্ত্ৰত অধিকাৰ নামানিলেও শূদ্ৰৰ বাবে পুৰাণ আৰু ইতিহাস অধ্যয়নত বাধা নাছিল। সেই সময়ৰ সমাজত ৰামায়ণ-মহাভাৰতৰ লগতে বিভিন্ন পুৰাণৰ কাহিনীয়ে গীত আকাৰে জন মানস আকৰ্ষণ কৰিছিল। এচাম পণ্ডিতৰ মতে বাল্মিকীৰ ৰামায়ণৰ মূলত লোকগাঁথা, লোক মানসত সঞ্চিত অমূল্য অতুলনীয় সম্পদ। সেয়েহে শূদ্ৰক শাস্ত্ৰজ্ঞান শূন্য বুলি কোৱা কথাষাৰৰ ঠেক নাই।

ইতিহাসে কয়, দূৰ অতীতৰ আৰ্য্য-অনাৰ্য্যৰ সহ-অৱস্থান কালত, বহুক্ষেত্ৰত দুয়োপক্ষই এৰা ধৰাকৈ চলিছিল। ফলত 'গ্ৰহণ-বৰ্জন' নীতিৰ অভিনৱ কৌশলত ফুলে ফলে জাতিষ্কাৰ হৈ উঠিছিল ভাৰতীয় সংস্কৃতি। বিজিত জাতিয়ে পৰাধীন জাতিক ঘিণ কৰিলেও, অৱহেলা কৰিলেও, জাতিটোৰ ইষ্ট দেৱতাক অশ্ৰদ্ধা কৰা নাছিল। বৰং প্ৰথমতে ভয়ত ভজিলেও পিছত বৈদিক মন্ত্ৰৰে শোধন কৰি ইষ্ট দেৱতাৰূপে গ্ৰহণ কৰি লৈছিল। তেনেকুৱা খিতাতে হাত মেলি ঢুকি পোৱা, সৰ্বজন বিদিত উদাহৰণ এটি হ'ল আমাৰ কামৰূপৰ কামাখ্যা গোসানী। সংস্কাৰ আৰু লোকাচাৰৰ এই হাট বাট দেখিয়েই সৰ্বেশ্বৰ ৰাজগুৰুদেৱে তেখেতৰ "অসমীয়া সমাজ আৰু সংস্কৃতি" নামৰ গ্ৰন্থত লিখিছে "জন্ম-মৃত্যু-বিবাহ, উৎসৱ-অনুষ্ঠান আদিতো আৰ্য্যেত্তৰ গোষ্ঠীৰ বহুতো কথা ব্ৰাহ্মণসকলে স্থানীয়ভাৱে সুমুৱাই লৈছিল।"

ভাৰতীয় সংস্কৃতিত সংস্কাৰ আৰু লোকাচাৰৰ মিত্ৰতাৰ কাৰণ বহুত। তাৰে ভিতৰত অন্যতম কাৰণ হ'ল আমাৰ সমাজত অনুলোম আৰু প্ৰতিলোম বিবাহৰ

প্ৰতিক্ৰিয়া। অনুলোম বিবাহত এগৰাকী শূদ্ৰানীয়ে যদি ব্ৰাহ্মণৰ পত্নীৰূপে স্বীকৃত হয় তেনেহ'লে তেওঁ নাৰীৰ স্বাভাৱগত বৈশিষ্ট ৰক্ষা কৰি পিতৃগৃহৰ ধৰণ-কৰণ, মাত-কথাত কাছৰ কামোৰ মাৰি ধৰি থাকে। গতিকে শুচি বায়ুগ্ৰস্ত হ'লেও ব্ৰাহ্মণ স্বামীৰ পৰিয়ালত শূদ্ৰ পত্নীৰ ৰীতি-নীতিৰ চাপ অলক্ষিতে আৰ্য্যীকৰণ হৈ যায়। আনহাতে প্ৰতিলোম বিবাহত ব্ৰাহ্মণ কন্যাই শূদ্ৰ স্বামীৰ ঘৰত প্ৰবেশ কৰিলেও পিতৃ গৃহৰ সংস্কাৰ বিস্মৃত নহয়। ফলত সংস্কাৰে লোকাচাৰে লেটি-পেটি হৈ একাকাৰ হয়। পূৰ্বতে আৰ্য্য-অনাৰ্য্যৰ যুঁজ-বাগৰ লাগিলেও তেওঁলোকৰ মাজতো আছিল সমন্বয়ৰ মহাশক্তি। যি শক্তিয়ে নিৰ্মাণ কৰিছে ভাৰতীয় সংস্কৃতিৰ স্বৰ্ণ সৌধ। যদু বংশৰ স্বয়ং শ্ৰীকৃষ্ণই ভালুক ৰাজ জাম্বৱন্তৰ কন্যা জাম্বৱতীৰ পাণি গ্ৰহণ কৰা কাৰ্য্য আৰ্য্য-অনাৰ্য্যৰ সমন্বয়ৰ চানেকি। উল্লেখযোগ্য কথা যে তথাকথিত অনাৰ্য্যই বিবাহৰ বাহিৰে অন্য কামত নিজে হোম পাতি, বেদধ্বনি মুখৰিত কৰি, দহ সংস্কাৰ পালন নকৰিলেও, লৌকিক ভিত্তিত প্ৰায়বোৰ সংস্কাৰেই পালন কৰে। উদাহৰণ স্বৰূপে ব্ৰাহ্মণ সমাজত সদ্য বিবাহিত দম্পতিয়ে সুসন্তান কামনাৰে নিজক পৰিশুদ্ধ কৰিবলৈ, হোমাগ্নিত ঘৃতাহুতি, মোহন ভোগাহুতি দি গৰ্ভাধান সংস্কাৰ পালন কৰে। শুভক্ষণত পালন কৰা এই সংস্কাৰত নৱ-দম্পতিয়ে সুখাদ্য ভক্ষণ কৰাৰ লগতে কেশৰ, কস্তুৰী, জাইফল, জায়ত্ৰী আৰু সৰু এলাচিৰ গুৰি মিহলোৱা গাখীৰ পান কৰি সৃষ্টি প্ৰক্ৰিয়াত ৰত হয়।

শূদ্ৰ সমাজত যাগ-যজ্ঞৰ আড়ম্বৰ নাথাকিলেও ফুলশয্যাৰ নিশা পালন কৰা লোকাচাৰ গৰ্ভাধান সংস্কাৰৰ অনুৰূপ। ব্ৰাহ্মণ সমাজত গৰ্ভৱতী মাতৃৰ পুষ্টি আৰু অনাগত শিশুৰ মংগল কামনা কৰি অনুষ্ঠিত পুংসৱন সংস্কাৰ, শূদ্ৰৰ পঞ্চামৃত ভক্ষণ আৰু "জেউৰাদিয়া" উৎসৱ সম পৰ্য্যায়ৰ। উদ্দেশ্যও একে, নিয়ম-নীতিও প্ৰায় একে।

ব্ৰাহ্মণ সমাজেই যদি দশ সংস্কাৰৰ ভগীৰথ হয়, লোকাচাৰৰ পিতৃ কৃষক সমাজ। লোকাচাৰ কৃষক সমাজৰ অনুশাসন। বৈধায়ন ধৰ্ম সূত্ৰত আছে যে বেদ আৰু কৃষি পৰস্পৰে পৰস্পৰৰ বিৰোধী। ঠিক লক্ষ্মী সৰস্বতীৰ দৰে ৰাহি জোৰা নহা। অতীতত কৃষক সমাজে ব্ৰাহ্মণ সমাজৰ নিচিনা হোম-যজ্ঞাদিৰ বাবে অফুৰন্ত সময় নাপাইছিল। ব্ৰাহ্মণৰ দৰে ৰজা-মহাৰজাৰ পৃষ্ঠ-পোষকতা নোপোৱা কৃষকৰ হোম-যজ্ঞৰ ঘিউ, মৌ আদি উপাচাৰ সহজলভ্য নাছিল বাবেই আড়ম্বৰপূৰ্ণ সংস্কাৰৰ প্ৰতি তেওঁলোকৰ অনীহা, অন্য এটি পাতৰ আঁৰৰ তথ্য। বৰ্ত্তমান বিজ্ঞানৰ যুগত নতুন চামে পুৰণি সংস্কাৰ, লোকাচাৰ অচল টকা বুলি দলিয়াই দিছে। তেওঁলোকৰ

মনত এইবোৰ অৰ্থহীন, অবান্তৰ। আচলতে ইয়াৰ মাজতেই লুকাই আছে আমাৰ জাতিটোৰ অস্তিত্ব। বহুক্ষেত্ৰত মৰ্মগ্ৰাহিতাৰ অভাৱতো সংস্কাৰ আৰু লোকাচাৰৰ তাত্বিক দিশ উপলব্ধিৰ সলনি উপলুভাৱে উৰুৱাই দিয়া হয়। তথাপিও আমাৰ সমাজত সংস্কাৰ আৰু লোকাচাৰৰ শুভশক্তিৰ প্ৰয়োজন আছে। বাৰে বৰণীয়া গছ লতিকাৰ সহ অৱস্থানে বননিৰ সৌন্দৰ্য্য বঢ়োৱাৰ নিচিনা সংস্কাৰ আৰু লোকাচাৰেও সৌন্দৰ্য্যশালী সমৃদ্ধিশালী কৰি ৰাখিছে আমাৰ অসমীয়া সংস্কৃতিৰ বিশাল ক্ষেত্ৰ।●

# লোক-সংগীত প্ৰতিযোগিতাৰ প্ৰাসঙ্গিক চিন্তা

লোক-সংগীত, লোক সংস্কৃতিৰ অন্যতম ধাৰা। লোক সংস্কৃতিয়ে সমাজ জীৱনত পৰম্পৰাগতভাৱে চলি অহা চিন্তা-চৰ্চ্চা, খোৱা-লোৱা, পিন্ধা-উৰা, খেল-ধেমালি, আচাৰ-অনুষ্ঠান, ৰীতি-নীতি সকলোকে সামৰি লয়। ভাৰতবৰ্ষত, পাশ্চাত্যৰ পণ্ডিত সমাজ, লোক সংস্কৃতিৰ পথ প্ৰদৰ্শক। অসমত লোক সংস্কৃতিৰ গতি মন্থৰ হ'লেও জন কৃষ্টিৰ সাধক ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱ ভাৰতবৰ্ষৰ প্ৰথম লোক সংস্কৃতিৰ অধ্যাপক। "বিশ্বৰ পণ্ডিত সমাজেও একে মুখে কৈছে যে পাহাৰে ভৈয়ামে বাস কৰা জাতি, উপজাতি, জনজাতিৰ বাৰে বৰণীয়া কৃষ্টি সংস্কৃতিৰে বৰ্ণাঢ্য অসম মাতৃ, নৃতাত্বিকৰ ভূ-স্বৰ্গ"।

ঐতিহ্য চেতনাবিহীন অসমীয়াই উপলব্ধি নকৰিলেও, অসম যে লোক সংগীততো চহকী এই কথা স্বীকাৰ কৰা সহৃদয় ব্যক্তিৰ অভাৱ নাই। তেনেকুৱা বহুতো উদাহৰণৰ ভিতৰৰে এটা উদাহৰণ হ'ল — পণ্ডিত দেবেন্দ্ৰ সত্যাৰ্থীৰ— 'Meet my people নামৰ গ্ৰন্থখন, য'ত আছে অসমৰ লোক-সংগীতৰ উচ্চ প্ৰশংসা — 'Assamese folk songs are rich in lallaby and cradle, marriage and Bihu songs' (Essays in Indian folk lore, Edited Dr. L. P. Vidarthi. বৰ্ত্তমান অসমৰ চহৰে নগৰে সঘনাই আয়োজন কৰা লোক-সংগীত প্ৰতিযোগিতাসমূহ লোক সংস্কৃতি উদ্ধাৰ, সংৰক্ষণ আৰু প্ৰচাৰৰ ক্ষেত্ৰত এক কাৰ্য্যকৰী প্ৰচেষ্টা। প্ৰতিযোগিতাসমূহে প্ৰতিযোগী তথা সৰ্বসাধাৰণ ৰাইজক উৎসাহিত কৰি বৃহত্তৰ জাতীয় স্বাৰ্থত অৰিহণা যোগাই আহিছে যদিও এই প্ৰতিযোগিতা সম্পৰ্কে কিছু চিন্তা-চৰ্চ্চা কৰাৰ প্ৰয়োজন আহি পৰিছে। আমি জানো, প্ৰতিযোগিতা পাতিবলৈ লৈ উদ্যোক্তাসকলেও সময়ে সময়ে নানা সমস্যাৰ সন্মুখীন

হ'বলগাত পৰে। সেয়েহে আজি আমি বৰপেটা জিলাৰ বিভিন্ন অঞ্চলত অনুষ্ঠিত বিয়াগীত প্ৰতিযোগিতাৰ সমস্যাৰ ওপৰতহে দৃষ্টিপাত কৰিম। আমাৰ অনুমান, কেৱল বিয়াগীত প্ৰতিযোগিতাতে নহয়, লোক সংস্কৃতিমূলক সকলো ধৰণৰ প্ৰতিযোগিতাৰ ক্ষেত্ৰতে আমি সাৱধান আৰু সচেতন নহ'লে এদিন হয়তো গাখীৰ বুলি ঘোল খাব লাগিব। ইতিমধ্যে দুই এঢোকৰ সোৱাদ আমি সকলোৱে পাইছোঁয়েই।

বৰপেটা, অসমীয়া সংস্কৃতিৰ বৰপেৰা। এসময়ত বৰপেটাৰ লোক সংস্কৃতিৰ দুয়োপাৰে আছিল এফালে প্ৰাকৃতিক পৰিবেশ আৰু আনফালে বৰপেটাৰ সমাজ ব্যৱস্থা। এতিয়া বৰপেটাৰ পৰিবেশ সলনি হ'ল। সমাজ সলনি হ'ল। মৃত প্ৰায় লোক-সংগীতক পুনঃ জীৱিত কৰাৰ বাবে প্ৰয়োজন হ'ল প্ৰতিযোগিতাৰ। স্কুল-কলেজৰ ছাত্ৰীসকলে এনে ধৰণৰ প্ৰতিযোগিতাৰ সোৱাদ পালেও বৰপেটা জিলাৰ 'আইসকলে' সৌ সিদিনাহে মাত্ৰ অৰ্থাৎ ২০/২২ বছৰমান আগৰ পৰাহে মুকলি মঞ্চৰ, মুকলি প্ৰতিযোগিতালৈ ঢাপলি মেলিছে। এতিয়া পিছে কালৰো কাল বিপৰীত কাল। মহিলাৰ গীত মাত প্ৰতিযোগিতা বুলি ক'লে জীয়াৰী, বোৱাৰী লগতে শাহু আইৰো গোকুলৰ গোপিনীৰ বৃন্দাবনী গতি।

বিয়াগীত প্ৰতিযোগিতাত অংশ লোৱা মহিলাসকলৰ আগ্ৰহ আৰু সাহস দুয়োটাই আদৰণীয়। গীত মাত উপস্থাপনৰ খেলি মেলি, দলীয় ঐক্য সমতাত অসমৰ্থতা আদি দৃষ্টি কটু, দৃশ্যবোৰো মাৰ্জিত আৰু আকৰ্ষণীয় হ'ল। প্ৰতিযোগিতাৰ কৌশলগত আদব কায়দাৰ অনুশীলনৰ আভাসে 'জুহালত গঢ়িলেহে কমাৰ শালত গঢ়িব পৰা" কথাষাৰৰো সত্যতা দিছে। তথাপিও এই প্ৰতিযোগিতাবোৰত প্ৰায় লক্ষ্য কৰা যায় কথা আৰু সুৰৰ বিসঙ্গতি। ইতিহাসে ঢুকি নোপোৱা লোক সমাজৰ উমৈহতীয়া সম্পদ বিয়াগীতবোৰত অতীতৰ সুৰ আৰু কথাৰ হেৰফেৰ হোৱাটো স্বাভাৱিক। কিয়নো লোক সংস্কৃতি গতিশীল। ই 'গ্ৰহণ বৰ্জন' নীতিৰ অধীন। স্মৃতিচাৰী আৰু পৰম্পৰাগত গীতসমূহত বঢ়া টুটা হ'বই কিন্তু সেই বুলি যদি নাও কাটোতে মাকো হয়, তেতিয়াহে কথা বিষম হ'ব।

গীতৰ সুৰ, বৰপেটীয়া ভাষাত যাক বোলা হয় ঢেক, এই ঢেকৰ মহিমা অপাৰ। বৰপেটাত গীতৰ ঢেক, গালিৰ ঢেক, কান্দোনৰ ঢেক, প্ৰত্যেকৰে সুকীয়া-সুকীয়া তাৎপৰ্য্য আছে। যিহেতু গীতৰ কথাইহে সুৰ নিৰ্ণয় কৰে, কথাখিনি বুজি

বাজি নোলোৱাকৈ, আধুনিকীকৰণৰ নামত খাল বাম একাকাৰ কৰি টানি নিলে সুৰে মুখ থেকেছা খায়। লোক সংগীতৰ সুৰৰ ভাব-ভঙ্গী আৰু থলুৱা উচ্চাৰণ ৰীতিৰ অপৰিহাৰ্য্যতা স্বীকাৰ কৰি হেমাঙ্গ বিশ্বাসদেৱে তেখেতৰ "অসম আৰু বঙ্গৰ লোক-সংগীত সমীক্ষা" নামৰ গ্ৰন্থত লিখিছে যে 'আঞ্চলিক প্ৰকাশভঙ্গীক ভদ্ৰ বা মাৰ্জিত কৰিব ল'লে তাৰ অপমৃত্যু ঘটে (পৃঃ ৪০)।

লোক-সংগীতত কেৱল সুৰৰ ক্ষেত্ৰতে নহয় কথাৰ ক্ষেত্ৰতো জ্ঞাতে বা অজ্ঞাতে শব্দ সলনি প্ৰক্ৰিয়া চলিয়েই আছে। শব্দ সলনিৰ প্ৰধান কাৰণ হ'ল শব্দাৰ্থৰ মৰ্ম গ্ৰাহিতাৰ অভাৱ। এনেকুৱা অসংখ্য উদাহৰণৰ ভিতৰত আমি এটি মাত্ৰ উদাহৰণ দাঙি ধৰিছো সেয়া হ'ল — চাবেক বৰপেটাত, কেৱল মাত্ৰ বিয়াগীতত ব্যৱহৃত 'বক্সী' শব্দটো। বহুতেই 'বক্সীক' অৰ্থহীন ঢেকেৰী শব্দ বুলি উপলুঙা কৰে। কিছুমানে আকৌ বক্সীক 'বংশী' অৰ্থাৎ কৃষ্ণৰ বাঁহী বুলিহে আত্ম সন্তুষ্টি লাভ কৰে। পিছে 'বক্সী' শব্দটোৰ এটি দীঘলীয়া ইতিহাস আছে। বক্সী এটি উপাধি। কোচবিহাৰৰ ওচৰৰ বক্সীৰ হাট তাৰেই সাক্ষী। অসম মাতৃৰ সন্তান বক্সী উপাধিধাৰীয়ে এতিয়াও অসম মাতৃৰ স্বাৰ্থতেই মাত মাতে। গতিকে কোচবিহাৰ আৰু বৰপেটাৰ সাংস্কৃতিক ঐক্য লক্ষ্য নকৰাকৈ, তাহানিৰ কামৰূপৰ ঐতিহ্যমণ্ডিত 'ঢেকেৰী পৰগনা'ৰ আ-ভূ নোলোৱাকৈ ঢেকেৰীৰ ব্যাখ্যা দিয়াটো 'নগৈ গড় গাঁওৰ বাতৰি কোৱা' কথা। লোক-সংগীতৰ শব্দৰ সাল-সলনি কেৱল গীতৰ অঙ্গহানি প্ৰক্ৰিয়াই নহয়, ই খুটি পুতি উজুটি খোৱা আত্মঘাতী স্বভাৱ। কাৰণ শব্দ বিকৃতিয়ে সুৰৰ বিসঙ্গতি অনাৰ উদাহৰণ অলেখ।

বিয়াগীতৰ শব্দ সলনিৰ সপক্ষে ওকালতিৰ অন্য এটি তৰাং যুক্তি হ'ল — ইয়াৰ বহুতো শব্দ অশ্লীল। আপাতঃ দৃষ্টিত কথাষাৰ সঁচা। কিন্তু বঙালীত এষাৰ কথা আছে "এক দেশের গালি, এক দেশের বুলি"। গতিকে অশ্লীল বুলি ভবা শব্দবোৰক উপলুঙা কৰি নিৰ্ব্বাসন দিয়াতকৈ বিচাৰ বিশ্লেষণেৰে শোধন কৰি লোৱাহে দৰকাৰ। এই ক্ষেত্ৰত ৰসৰাজ বেজবৰুৱাই 'বিহুৰ' বিষয়ে কোৱা — "নিলাজবোৰ এৰি সেইবোৰ বাচি ল'ব জানিলে আমাৰ জাতীয় সাহিত্যৰ এইবোৰ অমূল্য ৰত্ন হ'ব" (বেজবৰুৱা গ্ৰন্থাৱলী ২য় খণ্ড পৃঃ ১৫৬৮) বোলা কথাষাৰ লোৱাহে দৰকাৰ। বৰপেটাৰ 'লাজুকী লতা' আইসকলেও বিয়াগীত প্ৰতিযোগিতাত নিঃসংকোচে,

দ্বিধাহীনভাৱে লালেক, ঢকা, ঢেম্‌নী ভাতাৰ আদি অৰ্থপূৰ্ণ শব্দবোৰ উচ্চাৰণ কৰিব পৰাটো বিশেষ লক্ষ্য কৰিবলগীয়া কথা।

লোক সমাজ বিজ্ঞানীয়ে ঠিৰাং কৰা বৰ্বৰ আৰু সভ্য সমাজৰ মধ্যবৰ্ত্তী স্তৰ "লোক সমাজ"খনৰ সকলো কথা বৰ্ত্তমান যুগধৰ্ম্মই মানি নলয়। তাহানিৰ মানুহে অন্তৰত কলুষতা নৰখাকৈ আঁৰ বেৰ ভাঙি কোৱা কথাবোৰে আজিৰ মানুহৰ আত্মসম্মানক আঘাত কৰে, খেলি মেলিও লগায়। অলপতে বৰপেটাত বিয়াগীত প্ৰতিযোগিতা এখনত "জাতিক ধৰি" খিচাগীত গাওঁতে অলপ খেলি মেলি লগা কথা আমি জানো। গতিকে তেনেকুৱা শুং থকা কথাবোৰ গৱেষকলৈ এৰি যোৱাই মঙ্গল। প্ৰয়োজন আৰু প্ৰয়োগত কৌশল অৱলম্বন কৰিলেহে লোক-সংগীত হ'ব সৰ্বসাধাৰণৰ সমাদৃত সম্পদ। সৰ্বজন গ্ৰাহ্যতা লোক সংস্কৃতিৰ অন্যতম বৈশিষ্ট্য। বিয়াগীত প্ৰতিযোগিতাত আমাৰ চকুত পৰা অন্য এটি দিশ হ'ল গীত পৰিবেশনত ক্ৰম বিসঙ্গতি। সকলো বস্তুৰে ক্ৰমবিকাশৰ ধাৰা থাকে। প্ৰতিযোগিতা হ'ল বুলিয়েই 'সুৱাগৰ ধান বন্ধাৰ পিছতেই' 'ধেনু ভাঙি ৰাম চন্দ্ৰই সীতাকলৈ গ'লে গজামিলনহে হয়। বিয়াগীত প্ৰতিযোগিতাত আয়তীসকলে ১/ সুৱাগৰ ধান বন্ধা ২/ সান্দহ খুন্দা ৩/ আলৰ পিঠা গুড়ি খুন্দা ৪/ তেলৰ ভাৰ সাজু কৰা ৫/ তেলৰ ভাৰ দিবলৈ যোৱা ৬/ অলংকাৰ পিন্ধোৱা ৭/ তেলৰ ভাৰ দি উভতি আহোতে গোৱা ৮/ পানী তুলিবলৈ যোৱা ৯/ পানী কটা ১০/ পানী তোলা ১১/ পানী তুলি উভতি আহোতে গোৱা ১২/ দৰা-কইনাৰ মূৰত পানী দিয়া ১৩/ শলা বটা ১৪/ মণ্ডল পতা ১৫/ ঘট প্ৰতিষ্ঠা কৰা ১৬/ বৰ-কন্যাৰ পিতৃ বা অভিভাৱকে গোসাঁই পূজা কৰা (অধিবাস কৰা) ১৭/ স্বয়ং বৰ-কন্যাই গোসাঁই পূজা কৰা ১৮/ ষোল্ল মাতৃকা পূজা ১৯/ তেল চৰোৱা বা টিক্ ধৰা ২০/ বসুধাৰা পূজা ২১/ বৰ-কন্যাৰ পিতৃ-মাতৃ বা অভিভাৱকে নান্দী মুখ শ্ৰাদ্ধ বা সাত পুইৰা শাৰদ কৰা ২২/ খালি প্ৰদান কৰা ২৩/ পিঁণ্ড সনা ২৪/ পিণ্ড উটুওৱা ২৫/ আখৈ ভজা ২৬/ নখ কমোৱা ২৭/ দৰা-কইনা গা ধুওৱা ২৮/ সুৱাগ তুলিবলৈ যোৱা ২৯/ পুখুৰী বা দৌল খান্দি সুৱাগ তোলা ৩০/ সুৱাগ জাৰা ৩১/ মজিয়াত কইনাৰ কাষত গোৱা ৩২/ দৰা-কইনা সজোৱা ৩৩/ দৰা ওলোৱা ৩৪/ দৰা যাত্ৰীয়ে যাত্ৰা পথত গোৱা ৩৫/ কীৰ্তনঘৰ বা নামঘৰৰ সম্মুখত দৰাই সেৱা কৰা ৩৬/ কইনা ঘৰৰ পদূলিৰ পৰা দৰাক বৰি নিয়া

৩৭/ কন্যাদাতা আৰু বৰে গোসাঁই পূজা কৰা ৩৮/ কন্যাদাতাই বৰক সাজ-বাচন, কাপোৰ-কানি আদি উচৰ্গা কৰা ৩৯/ হোমপতা ৪০/ কইনা উলিয়াবলৈ যোৱা ৪১/ হোমৰ গুৰিলৈ কন্যাক আমন্ত্ৰণ জনোৱা ৪২/ হোমৰ কাষলৈ কইনাক দাঙি অনা ৪৩/ মুখ চন্দ্ৰিকা কৰা ৪৪/ কন্যা সম্প্ৰদান কৰা ৪৫/ লগুণ গাঁঠি বন্ধা ৪৬/ হোম পোৰা ৪৭/ আখৈ তোলা ৪৮/ সপ্তপদী গমন কৰা ৪৯/ পাণি গ্ৰহণ কৰা ৫০/ দৰা আৰু কইনা উভয় পক্ষই দৰা-কইনাক উচৰ্গা কৰা ৫১/ কুশ চিঙি দিয়া ৫২/ বিয়া সমাপ্ত হোৱা ৫৩/ দৰা-কইনা ঘৰ সোমোৱা ৫৪/ আগ দিয়া ৫৫/ আঙঠি লুকুওৱা ৫৬/ পাশা খেলা ৫৭/ পায়সৰ বাতি সলোৱা ৫৮/ দৰাক নেওতা দিয়া ৫৯/ দৰাই মান ধৰা ৬০/ কইনা বিদায় ৬১/ কইনাকলৈ দৰা ঘৰলৈ যাত্ৰা কৰা ৬২/ কইনাৰ পতিগৃহ প্ৰবেশ ইত্যাদি ক্ৰম ৰক্ষা কৰাৰ লগতে, বিয়াৰ পৰিবেশৰ লগত খাপ খোৱা হাস্যৰসাত্মক আৰু সকলোৰে গ্ৰহণযোগ্য খিচাগীত গাব পাৰে।

খিচাগীতত পুৰোহিত, নাপিততো বাদেই আনকি ঢুলীয়াকো — "ঢুইলা তই বাজ্‌ন এৰি থো, বৰ ঘোইৃৰা আপি কেটাক বিয়া কৰে লো" — বুলি কম নগুৰ নাগতিখন নকৰেনে?

প্ৰতিযোগিতাত নিয়ম নীতি থাকে। উদ্যোক্তাসকলেও প্ৰতিযোগীৰ সন্মুখত ৭/১০ মিনিটৰ লক্ষণ ৰেখা টানি দিয়ে। গতিকে কম সময়তে বিয়া এখন শেষ কৰিবলৈ গ'লে "ৰিল" কটাতো স্বাভাৱিক। ফলত বহুতো গীতে পোহৰৰ মুখ নেদেখে। অথচ লুপ্তঃপ্ৰায় গীত মাত উদ্ধাৰেই প্ৰতিযোগিতাসমূহৰ মূল উদ্দেশ্য। গতিকে মূল উদ্দেশ্য পূৰণাৰ্থে প্ৰতিয়োগী আৰু উদ্যোক্তাসকলেও লক্ষ্য কৰিব লাগে যাতে পাতৰ আঁৰত পৰি থকা গীত মাতবোৰেও সাৰ পাই উঠে। আমি জানো — বহুতো বিজ্ঞ ব্যক্তিৰ হাতে কামে লগা প্ৰচেষ্টাৰ ফলতেই বিহুনৃত্য, বিহুগীত, হোলীগীত, গোৱালপৰীয়া লোকগীত আদিয়ে এটি নিৰ্দ্দিষ্ট ৰূপত আত্মপ্ৰকাশ কৰি, আন্তৰ্জাতিক খ্যাতি লাভ কৰিবলৈ সমৰ্থ হৈছে। সেয়েহে বিয়াগীত তথা স্ত্ৰী লোকাচাৰ সংক্ৰান্ত প্ৰতিযোগিতাসমূহতো কিছু নীতি-নিৰ্দ্দেশনা স্থিৰ কৰা দৰ্কাৰ। আজি বহু বছৰ আগতেই অসমৰ লুপ্তঃপ্ৰায় লোক সম্পদৰ সন্ধান, সংগ্ৰহ আৰু প্ৰচাৰৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই তেওঁৰ সাহিত্য একাডেমী পুৰস্কাৰ "অসমৰ লোক সংস্কৃতি" নামৰ গ্ৰন্থত লিখি গৈছে যে "পুৰণি জীৱন পদ্ধতি সম্পূৰ্ণ বিচ্ছিন্ন নহওঁতেই

তাৰ সংগ্ৰহ আৰু সংকলনৰ দৰ্কাৰ (পৃঃ ২৩২)"। বৰুৱাদেৱৰ কথাষাৰ ফলপ্ৰসূ কৰাত প্ৰতিযোগিতাসমূহেও যে অৰিহণা যোগাইছে ই ধ্ৰুৱ সত্য। পিছে কেতিয়াবা কেতিয়াবা কোনো কোনো উদ্যোক্তাই প্ৰতিযোগিতাৰ ঢাক ঢোল বজাই জৰীত ধৰি বল নিদিয়ে।

গতিকে সময় থাকোতেই লোক সমাজ বিজ্ঞানী, প্ৰতিযোগিতাৰ উদ্যোক্তা, প্ৰতিযোগী, দৰ্শক তথা সৰ্বসাধাৰণ ৰাইজ সাৱধান, সচেতন নহ'লে 'বাঘ বুলি বিড়ালী চাব লাগিব'। অসমৰ লোক সম্পদ সন্ধান, সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰচাৰৰ ক্ষেত্ৰত মহিলাৰ দায়িত্ব অধিক। এই ক্ষেত্ৰত মহিলাসকলে অগ্ৰণী ভূমিকালৈ, সমাজত আলোড়ন তুলিব পৰাতো জাতিটোৰ বাবে শুভ লক্ষণ। আজি কিছু বছৰৰ ভিতৰতে জনপ্ৰিয় হৈ পৰা লোক-সংগীত প্ৰতিযোগিতাৰ জয়যাত্ৰাত বিভিন্ন প্ৰকাৰে অংশগ্ৰহণৰ সময়ত, বিয়াগীত প্ৰতিযোগিতাৰ নিয়মাৱলী এখনৰ অভাৱ অনুভৱ কৰিছিলোঁ। এই বিষয়ে আমি বিভিন্ন জনৰ লগত আলোচনা কৰি, বিশেষকৈ বৰপেটাৰ সৰ্ব্বশ্ৰী কুমাৰ দীপক দাস, হৰিদেৱ দাস, ডিম্বেশ্বৰ দাস, অক্ষয় মিশ্ৰ, গুণীন্দ্ৰ নাথ দাস, গুণীন্দ্ৰ নাথ ওজা, নকুল দাস, চিন্ময় দাস, ৰেণু হাজৰিকা, ঊষা দাস প্ৰমুখ্যে কেবাগৰাকী সংস্কৃতি সাধকৰ আন্তৰিক সমৰ্থন আৰু সক্ৰিয় সহযোগিতাত, শ্ৰীযুত গোকুল পাঠক, শ্ৰীযুত সুধীৰ দাস আৰু আমাৰ আহ্বান ক্ৰমে ২০/১১/৯৯ ইং তাৰিখে বৰপেটাত বিয়াগীত আৰু স্ত্ৰী লোকাচাৰৰ বিষয়ে অনুষ্ঠিত হৈছিল এখন আলোচনা চক্ৰ। বৰপেটা সত্ৰৰ ডেকা সত্ৰাধিকাৰ শ্ৰীযুত বশিষ্ঠ শৰ্মাদেৱৰ সভাপতিত্বত অনুষ্ঠিত উক্ত সভাত কেবাগৰাকী অভিজ্ঞ ব্যক্তিৰ চিন্তাশীল আৰু যুক্তিপূৰ্ণ আলোচনাৰ ভিত্তিত বিয়াগীত প্ৰতিযোগিতাৰ নিয়মাৱলী এখন প্ৰস্তুত কৰা হৈছিল। বৰপেটা জিলাৰ অন্যতম মহিলা সংগঠন 'মৈত্ৰেয়ী কলা সমাজ'ৰ লগতে নামনি অসমৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠানে উক্ত নিয়মাৱলী আগত ৰাখি বিয়াগীত প্ৰতিযোগিতা অনুষ্ঠিত কৰি, বিভিন্ন কাকতে পত্ৰই নিয়মাৱলীখন সন্দৰ্ভত 'ই এক মহৎ প্ৰচেষ্টা', 'বহুদিনীয়া অভাৱ পূৰণৰ সাহসী আৰু কাৰ্য্যকৰী পদক্ষেপ' বুলি আমাক উৎসাহিত কৰি, লোক-সংগীত, লোকনৃত্যৰ অন্যান্য নিয়মাৱলী প্ৰস্তুতিৰ প্ৰেৰণা দিলে। বৰ্ত্তমান অসমৰ বিভিন্ন ঠাইত সমাদৰ লাভ কৰা নিয়মাৱলী দুখন হ'ল —

## ১/ *বিয়াগীত প্ৰতিযোগিতাৰ নিয়মাৱলী* ঃ—

ক) বৰপেটা অঞ্চলৰ গীতসমূহত থলুৱা ভাষা অনুসৰি থলুৱা উচ্চাৰণ কৰাতো দৰ্কাৰ।

খ) বিবাহিতা প্ৰতিযোগীসকলে ৰিহা ব্যৱহাৰ কৰাৰ লগতে ওৰণি লোৱা দৰ্কাৰ।

গ) সাজ-পোছাকৰ ক্ষেত্ৰত সৰ্বসাধাৰণৰ সহজলভ্য অসমীয়া অলংকাৰ আৰু মাৰ্জিত ৰুচিৰ মেখেলা-চাদৰ পৰিধান কৰা উচিত।

ঘ) প্ৰতিযোগিতাৰ আৰম্ভণিতে প্ৰতিযোগীসকলে উৰুলি দিয়াতো দৰকাৰ।

ঙ) প্ৰতিটো দলত নামতীৰ সংখ্যা দহ গৰাকীতকৈ অধিক হ'ব নালাগে।

চ) প্ৰতিটো প্ৰতিযোগী দলক আঠ-দহ মিনিটৰ ভিতৰত ক্ৰমানুসাৰে বিয়াগীত পৰিবেশন কৰিবলৈ দিয়া উচিত।

ছ) প্ৰতিযোগীসকলে আঠ-দহ মিনিটৰ ভিতৰতে সমগ্ৰ বিয়া সামৰি নলৈ পৰম্পৰা অনুসৰি বিয়াৰ যিকোনো অংশ এটি লৈ, সেই অংশৰ লগত খাপ খোৱা গীতবোৰ সম্পূৰ্ণকৈ গোৱাৰ চেষ্টা কৰিব লাগিব।

জ) প্ৰতিযোগীসকলে বিয়াগীতৰ থলুৱা অথচ দুষ্প্ৰাপ্য কথা আৰু সুৰ পৰিবেশনত বিশেষ গুৰুত্ব দিব লাগিব।

ঝ) গীতৰ ভাবাৰ্থ অনুসৰি নামতীসকলে পৰিবেশৰ লগত খাপ খোৱাকৈ বিয়াৰ সামান্য আভাস এটি মঞ্চত প্ৰদৰ্শন কৰিব পাৰে।

## ২/ *স্ত্ৰী-লোকাচাৰ প্ৰতিযোগিতাৰ নিয়মাৱলী* ঃ—

১) প্ৰতিযোগী দলৰ ৬ গৰাকীতকৈ কম আৰু ১৫ গৰাকীতকৈ বেছি সদস্যা থাকিব নোৱাৰিব।

২) প্ৰতিটো দলক মঞ্চ সজ্জাৰ বাবে ৫ মিনিট আৰু অনুষ্ঠান পৰিবেশনৰ বাবে ১৫ মিনিট সময় দিয়া হ'ব।

৩) প্ৰতিযোগীসকলে প্ৰদৰ্শিত উৎসৱৰ লগত খাপ খোৱা সাজ-পাৰ পৰিধান কৰাতো অপৰিহাৰ্য্য।

৪) প্ৰতিযোগীসকলে প্ৰতিযোগিতাৰ বাবে প্ৰয়োজনীয় সকলো সামগ্ৰী নিজে লৈ

আহিব লাগিব।

৫) প্ৰতিযোগীসকলে যাতায়ত আদিৰ সকলো খৰচ নিজে বহন কৰিব লাগিব।

৬) প্ৰতিযোগীসকলে প্ৰতিযোগিতাৰ এক সপ্তাহ আগতে তেওঁলোকৰ দলৰ নাম, ঠিকনা, অংশগ্ৰহণকাৰীৰ নাম তালিকা আৰু পৰিবেশিত উৎসৱৰ চমু বিৱৰণ প্ৰতিযোগিতা পৰিচালনা কমিটিক জমা দিব লাগিব।

৭) এগৰাকী প্ৰতিযোগীয়ে এটা দলতহে অংশগ্ৰহণ কৰিব পাৰিব।

৮) প্ৰতিযোগীসকলে বিচাৰকৰ সিদ্ধান্তই চূড়ান্ত সিদ্ধান্ত বুলি মানি ল'ব লাগিব।●

# বৰপেটা অঞ্চলত প্ৰচলিত কেইটিমান নিচুকনি গীত আৰু হাউখেলৰ গীত

(১) চকা এ ধান নাখাবি পকা
ধান পোক্‌লি চিৰা দিম ডালত পৰি খাবি
ডাল ডুল ভাঙি তই তেলীৰ ঘৰত যাবি।
তেলী দিব তেল গাম্‌চা মালি দিব ফুল,
যাৰ যেনি বিয়া হয় মইনাই কুবৈ ঢুল।

(২) শামুক খোলা এ তোক ৰাজাই মাতিছে,
নোৰু যাবা নোৰু যাবা ভৰি কাটিছে।
শামুকৰ মালাডেল গলত আলৈছে,
চুটিয়া ঢাৰাখেন পাৰি বহিছে।
ভিনীহ এ আমাতটোক যাবি, লাউপাল্লাখেন খাবি,
আমাৰ বাইক মাৰা যদি হতচিৰি যাবি।

(৩) আমাৰ বাপুই কান্দে কিয় এ আম চইহা লাগে,
নাল্‌গে নাল্‌গে আম চইহা বিচানমতীক লাগে।
বিচানমতী বলোৰে এ সনাৰ লুড়ী লৈ আখে ভাজ্‌বা গেলু
আখে খাঅতে আখে খাঅতে গলত লাগিল ধান,
কুন খাইতি আখে ভাজ্‌ছে চুলিত ধৰি আন।
নালাগে নালাগে চুলিও ধোৰবা এ আপুনিয়ে যাম,
ৰামচন্দ্ৰৰ ধেনু খান কিমান দূৰত পাম।
তুলি লো তুলি লো সনাৰ মাদেলি,
ঢোল হেন ডিমা পাৰে চুঙাৰ বাদুলি।

চুঙাৰ বাদুলি বলোৰে এ তোৰো ভাইৰ বিয়া মোৰো ভাইৰ বিয়া,
তোৰ চৰিপুন মোৰ চাৰিপুন ঘুগ্‌বা গাঠি দিয়া।
বৰোক লাগে বৰ কাপোৰ কইনাক লাগে শাৰী,
শাৰী কোত শাৰী কোত চিনা জুকোৰ নাড়ী।
চিনা জুকোৰ নাড়ী লৈ এ কুমটি পাৰাক গেলু,
কুমটি পাৰাই যাই মই দুটা ডিমা পালু।
দুটা ডিমা পাই মই এ কলোৰ গাছোত থলু
কলোৰ গাছোত থৈ মই পানীৰ ঘাটক গেলু।
পানীত আছে পান কাউৰী এ নাৱত আছে ছৈ,
বাৰোৰ মাত্ৰক আইহবা লাগছে ঘুগ্‌গি কাথা লৈ।

(৪) হাপাৰে মেউ কাণোত সপা দেউ,
বছৰ দিনাৰ মূৰত আইছা খৰা পীৰা দেউ।
খৰা পীৰাত বহি হাপাই এ মাছে ভাতে খাই,
আমাৰ বাপুৰ টোপ্‌নিখিনি চুঙাত ভৰে নেই।
চুঙাত ভৰে নেই হাপাই এ কলৰ গাছোত থলাক,
কলৰ গাছোৰ টোপ্‌নিখিনি বাপুৰ চক্ষুত দিলাক।
ৰাতি ৰাতি দভগ ৰাতি,
হাপাৰ মায়েক নাককাটি।

(৫) ঘুমটি আহ্‌ৰে ঘুমটি আহ ঘুমটিৰ মাথা চবে খা।
বৰঘৰোৰ পাছোৰফালে হাপা আছে লুকাই,
তাৰে পৰা অলে আহি (আমাৰ) মাইক লৈ যায়।
ঘুমটিৰ ঘৰোত মাই কি কেনি খাই,
বকাচাউল খালাক মাই দৈ সানি লৈ,
কল খাআ বাদুলিৰ কলৰ তলোত ঘৰ,
কলৰ গুটি গলত লাগি বৈকুণ্ঠক গেল।
কল খাআ বাদুলি, নিতে নাচে গধূলি।

থেই থাক্ থুকি মাৰে মাছৰ কুকি
দুৱাৰ মুখত বাচে, থাক্ থুক্কে নাচে।
চুচুক চামাক বাপু ভুলুক ভালাক,
আমাৰ বাপুৰ ঘুগৰা লৰে জুনুক জানাক।
শিয়ালী এ নাহিবি ৰাতি,
তোৰে কাণে কাটি লগামে বাটি।
হাপা এ চু চু চু .....................।

*(বৰপেটাৰ ৰঞ্জিতা মেধিৰ পৰা সংগৃহীত)*

# হাউখেলৰ গীত

(১) কুটোৰে কুটো সান্দাহ কুটো
খাউ কি নাখং অলমমেন ভিজো।
খাউ কি নাখং অলমমেন ভিজো।

(২) হাউৰে হাপ্লাই
ডিমা খাবা নাপ্লায়
ইটু কথা কুনি কৈছে
বৰ্ ডেকাৰ আপ্লাই।

(৩) হায়ৰে হৰি কদলে কাটলাক ভৰি
ডাক্তৰে কোল্লাক ভাল,
মোৰ লাগিল টাকাৰ ধাৰ।

(৪) হাউৰে হাউ, জাখেৰ চিঙিল বাউ
কুকীৰ চিঙিল জৰী
বোলা ৰাম হৰি।
বোলা ৰাম হৰি।

(৫) হাউ কুটু ৰেং চেং
কুঠৰে কাটিলা ঠেং।

(৬) হাউ কুটু মাগুৰ জালি
ঘোঁৰাৰ নাকত দিলো জৰী
ঘোঁৰা গেল উত্তৰে
শাল মাছে গুজৰে।

(৭) হাউ বোলি মাল্লু খেদা
কিয় তই লাগালে নেদা।

(৮) হাউৰে হলীয়া, বৰ ধান তলীয়া
ধান নিলোক চুৰে, বুক্ ধপ্ ধপ্ কৰে।

(৯) এ হৰি নাগে, গহেক কাপুৰ লাগে
এখেন দিলু দুখেন দিলু আৰো কেইখন লাগে।

(১০) এট্টে হৰি বেঙ্গেৰ পাত
চকা গুৰ্ গুৰ্ জগন্নাথ।

(১১) এ হৰি নাগ্ৰা জাপে কাটিম খাগৰা
খাগ্ৰাৰ তলে পৰ্বত জ্বলে।

(১২) কুট কুট কুট্ং
কাচ্চি কুটং
কাউৰী ধূৰ্ত্তং
ময়ো ধূৰ্ত্তং

(১৩) এল্লেটাং বেল্লেটাং, ৰাঙী টাং হোতা
হনুমানৰ ছলি হয়, কল খাআ বেটা।

(১৪) বলে যাউ, বলে যাউ
বলে ভাত খাই যউ
বলে বলে মাৰি যউ।

(১৫) বিটকুহানা কপোতি
নলৰ আগোৰ ধপতি।

(১৬) একডেল বেন্না, তাতে পৰিল হেন্না
বেন্নাই ডাক দেই, পদ্দু ফুলে পাক দেই।

(১৭) হাউৰে হলীয়া, বৰ ধান তলীয়া
বৰধানৰ মাজে হাউ কুটু বাজে।

(১৮) হাউৰে হেকুৰা, গুৱাগাছৰ কেকুৰা
কালঝাৰত চৰে, বৰপেটাত পৰে।

(১৯) হাউমাৰি লাউ খাউ, বতাহতে উৰে যাউ।

(২০) আবু এ হাবাং, চাউল দিলি চবাং।

(২১) পুঠি মাছোৰ নেজ খাৰা, তাকে বলে কবিকাৰা,
কবি কাৰাই মাল্লাক লৰ, ঘৈণেক বলে ধৰ্ ধৰ্।

(২২) একচুপা আছিল বেন্না, তাতে পৰিল কেন্না।
কেন্নাই ডিমা পাৰে, কায় কেট্টি গনবা পাৰে।

(২৩) ঔৰে ঔ ফাল্লা, কুম্ৰা দুই ফাল্লা
ৰাজাৰ পুতেক হাটোক গেইছে, আইভো কুন বেলা।

(২৪) হাউ কুটু ৰঞ্জন
তিনো ফালে তিনিজন।

(২৫) ঔৰ তলে তলে জিৰ্ জিৰ্ পানী
কৰে মাছোৰ উজান খানি।

(২৬) হাউৰে হি কৰিবি কি
কামলতা তুলসী।।

(২৭) হাউৰে হিম্‌লা বাতা কাটি কি পালা
বাতা লৰে পৰ্বত জ্বলে।।

(২৮) ঔ তলক নাযাবা ঔ সৰিব
বাটৰ ছলিক নজকাবা
জগৰ লাগিব।।

(২৯) অ'ত গুম গুম্ ত'ত গুম গুম্
হাতী গুম গুম্ কৰে
ব্ৰহ্মপুত্ৰত জুই লাগ্‌ছে
কুনো নুমবা নৰে।।

(৩০) উত্তৰে ধাম ধুম পশ্চিমে বিয়া
ডাব নাৰিকল জোৰা দিয়া।। ●

*(বৰপেটা জিলাৰ 'লোক-সংস্কৃতি বিকাশ কেন্দ্ৰ'ৰ সদস্যসকলৰ পৰা সংগৃহীত)*

# গ্ৰন্থপঞ্জী

১। বৰুৱা, ডঃ বিৰিঞ্চি কুমাৰ, অসমৰ লোক-সংস্কৃতি, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৮৫।

২। বৰুৱা, ডঃ বিৰিঞ্চি কুমাৰ, অসমৰ ভাষা আৰু সংস্কৃতি, জাৰ্নাল এম্পোৰিয়াম, নলবাৰী, ১৯৮৫।

৩। শৰ্মা, ডঃ নবীন চন্দ্ৰ, অসমীয়া লোক-সংস্কৃতিৰ আভাস, বাণী প্ৰকাশ, গুৱাহাটী, ১৯৯৮।

৪। শৰ্মা, শশী, অসমৰ লোক সাহিত্য, ষ্টুডেণ্টচ্ ষ্টোৰ্চ্, কলেজ ৰোড্, গুৱাহাটী, ১৯৯৩।

৫। গোস্বামী ড° প্ৰফুল্ল দত্ত, অসমীয়া জন সাহিত্য, বাণী প্ৰকাশ, গুৱাহাটী, ১৯৮৫।

৬। গগৈ, ড° লীলা, অসমৰ সংস্কৃতি, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৮৬।

৭। ঐ - অসমৰ লোক সাহিত্যৰ ৰূপৰেখা, নবীন প্ৰকাশন, গোলাঘাট ১৯৬৮।

৮। ড° দত্ত বীৰেন্দ্ৰ নাথ, গোৱালপৰীয়া লোকগীত সংগ্ৰহ, অসম সাহিত্য সভা, ১৯৭৪।

৯। বৰদলৈ ড° নিৰ্মলপ্ৰভা, অসমৰ লোক সংস্কৃতি, গুৱাহাটী, ১৯৭২

১০। দাস, শ্ৰীৰামচন্দ্ৰ, অসমীয়া জন সাহিত্যৰ পাৰিজাত, সুন্দৰীদিয়া, ১৯৭২।

১১। বুঢ়াগোহাঞি, ৰিপুনাথ, অসমৰ নাম তালিকা বুৰঞ্জী, বাণীপুৰ, ডিব্ৰুগড়, বৈৰাগী মঠ, ১৯৮৬।

১২। নেওগ, মহেশ্বৰ (সম্পাঃ) শংকৰদেৱ কৃত কীৰ্তনঘোষা, গুৱাহাটী, ১৯৬২।

১৩। নেওগ মহেশ্বৰ (সম্পাঃ) পবিত্ৰ অসম, যোৰহাট, ১৯৬৯।

১৪। ভট্টাচাৰ্য্য, প্ৰমোদ চন্দ্ৰ - অসমৰ লোক উৎসৱ, নৱগিৰি, গুৱাহাটী, ১৯৬৯।

১৫। হাজৰিকা, অতুলচন্দ্ৰ (সম্পাঃ) উছৱৰ ৰংচ'ৰা, গুৱাহাটী, ১৯৬৩।

১৬। নাৰ্জি, ভৱেন, বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি, গুৱাহাটী, ১৯৭১।

১৭। শৰ্মা, হেমন্ত কুমাৰ (সম্পাঃ) কামৰূপী লোকগীত সংগ্ৰহ, যোৰহাট, ১৯৭৮।

১৮। গোস্বামী, যতীন্দ্ৰ নাথ, দাস, মুৰাৰি চৰণ (সম্পাঃ) কালিৰাম মেধী ৰচনাৱলী, অসম সাহিত্য সভা, ১৯৭৯।

১৯। পাদুন, নাহেন্দ্ৰ, অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙণি, পুৰণা আমোলাপট্টি, শিৱসাগৰ।

২০। কলিতা, ফুলকুমাৰী (সম্পাঃ) আয়তীৰ উৰুলি, বৰপেটাৰোড্ ১৯৯২।

২১। ঐ - (সম্পাঃ) লোক কৃষ্টি আৰু নাৰী, অৱগুণ্ঠিতা শিল্পী সমাজ, বৰপেটাৰোড্, ১৯৯৩।

২২। ডেকা, ড° নমিতা (সম্পাঃ) সংস্কৃতি বিচিত্ৰা, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৯০।

২৩। বৰ্মন, শিৱনাথ, লোক সংস্কৃতিৰ উৎস, অসম প্ৰকাশন পৰিষদ, ১৯৮২।

২৪। পাটগিৰি, চিন্তাহৰণ, প্ৰাচীন বৰনগৰ।

২৫। দাস, অৰ্জুন চন্দ্ৰ, মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন, পঞ্চৰতন ফাৰ্ম, হাউলী।

২৬। গগৈ, লীলা, বিহুগীত আৰু বনঘোষা, চেৰেকা পাৰ, শিৱসাগৰ, ১৯৬১।

২৭। ভূঞা, নকুল চন্দ্ৰ, বহাগী, লয়াৰ্চ বুক ষ্টল, গুৱাহাটী ১ম তাঙৰণ, ১৯৯২।

২৮। ৰয়, প্ৰভাত, গোৱালপৰীয়া সমাজ আৰু সংস্কৃতি, ১৯৯১।

২৯। সেন আচাৰ্য্য ক্ষিতিমোহন, অনুঃ গোস্বামী ড° প্ৰফুল্ল দত্ত, ভাৰতৰ সংস্কৃতি, অসম একাডেমী, গুৱাহাটী, ১৯৬৫।

৩০। দেৱ গোস্বামী, ড° কেশৱানন্দ (সম্পাঃ) ঠাকুৰ চৰিত, অসমীয়া বিভাগ,ডিব্ৰুগড়।

৩১। কলিতা, ফণীন্দ্ৰনাথ (সম্পাঃ) বাৰমাহী আৰু বিলাপ গীত, নিউ বুক ষ্টল, পাণবজাৰ, গুৱাহাটী, ১৯৬০।

৩২। চৌধুৰী, প্ৰসেনজিৎ-বিজ্ঞান বনাম অন্ধবিশ্বাস, জ্যোতি প্ৰকাশন, গুৱাহাটী, ১৯৯৩।

৩৩। ভূএগ্রা, নকুলচন্দ্ৰ, বহাগী, ১৯৬৩।

৩৪। হাজৰিকা, হলিৰাম, বনঘোষা (পকাপিৰিতি), ১৯৫১।

৩৫। মহন্ত ঠাকুৰ, হলিৰাম (সম্পাঃ) ফকৰাৰ পুথি বা পৰমাৰ্থতত্ব — দত্তবৰুৱা ব্ৰাদাৰ্চ এণ্ড কোম্পানী, নলবাৰী, ১৯২২।

৩৬। দেৱশৰ্মা, ৰজনীকান্ত (সম্পাঃ) কৌটিলীয় অৰ্থশাস্ত্ৰ - অসম প্ৰকাশন পৰিষদ, ১৯৭৭।

৩৭। শৰ্মা, মুকুন্দ, বিবাহ বিচিত্ৰা, পাবলিকেশ্বন বোৰ্ড অফ আসাম, গুৱাহাটী, ১৯৭৩।

৩৮। বৰুৱা, ড° বিৰিঞ্চি কুমাৰ, অসমীয়া ভাষা আৰু সংস্কৃতি, জাৰ্নাল এম্পোৰিয়াম, নলবাৰী, ১৯৮৫।

৩৯। হৰিপদ শ্ৰীকৰুণাময়, যজুৰ্বেদীয় বিবাহ বিধি। জন-জাগৃতি প্ৰকাশন, কলেজ হোষ্টেল ৰোড, গুৱাহাটী, ৭৮১০০১।

৪০। বৰুৱা, হেম, বহাগতে পাতি যাওঁ বিয়া, লয়াৰ্ছ বুক ষ্টল, ১৯৬৯।

৪১। পাঠক, গোকুল, বৰপেটাৰ সত্ৰৰ ইতিহাস, ১৯৫৯।

# বঙালী

১। চট্টোপাধ্যায়, তুষাৰ, লোক-সংস্কৃতিৰ তত্ত্বৰূপ ও স্বৰূপ সন্ধান, এ মুখাৰ্জী এণ্ড কোম্পানী লিমিটেড্ ২ নং বঙ্কিম চ্যাটাৰ্জী ষ্ট্ৰীট, কলকাতা।

২। ভট্টাচাৰ্য্য, ড° আশুতোষ, বাংলাৰ লোক-শ্ৰুতি, পুৰোগামী প্ৰকাশনী, কলিকতা, ১৯৬০।

৩। ড° শিব প্ৰসাদ ভট্টাচাৰ্য, ভাৰতীয় সাহিত্যে বাৰমাস্যা ১৩৬৬ (বাংলা)

৪। হালদাৰ, গোপাল, বাঙালী সংস্কৃতি প্ৰসঙ্গ।

৫। ভট্টাচাৰ্য আশুতোষ, বঙ্গৰ জনকৃষ্টি, নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, নতুন দিল্লী।

৬। বাগ, ধনপতি, মিগমুণ্ড ফ্ৰয়েদ, টোটেম ও টাবু, সুবৰ্ণৰেখা, কলকাতা।

৭। হাফিজ, আব্দুল, লৌকিক সংস্কাৰ ও মানৱ সমাজ, ১৯৭৫।

৮। ৰঘু, অমিতা কুমাৰী, বিচিত্ৰ বিশ্বাস, ১৩৮৯ (বাংলা)।

৯। চক্ৰবৰ্ত্তী ড° বৰুণ কুমাৰ, লোক বিশ্বাস ও লোক সংস্কাৰ, ২য় সংস্কৰণ, ১৩৯০ (বাংলা)।

১০। চট্টোপাধ্যায়, সুধাকৰ, ধৰ্ম ও কুসংস্কাৰ, ১৯৮২।

